# সূচীপত্ৰ

ISSN 2249-5142

নতুন **নিনাদ**

সমাজ-সাহিত্য-সংস্কৃতি বিষয়ক আলোচনী

প্ৰথম বছৰ, চতুৰ্থ সংখ্যা, জানুৱাৰী, ২০১৫





**সম্পাদক**

**ড° অনুৰাধা শৰ্মা**

**উপদেষ্টা ঃ ড° দিলীপ বৰা, ড° মুকুল চক্ৰৱৰ্তী**

*ডিটিপি ঃ* **ভাৰতী দাস,** *অংগসজ্জা ঃ* **চুলতান মাহমুদ মিৰ্ধা**

গুৱাহাটী বিশ্ববিদ্যালয় চৌহদৰ পৰা 'নিনাদ' (NEINAD : *North-East India Network for Academic Discourse*)-ৰ হৈ জেনেচিছ প্ৰিন্টাৰ্ছ এণ্ড পাব্লিচাৰ্ছ প্ৰাঃ লিঃ দ্বাৰা প্ৰকাশিত সমাজ-সাহিত্য-সংস্কৃতি বিষয়ক আলোচনী।

যোগাযোগৰ ঠিকনা ঃ ড° দিলীপ বৰা, দ্বিতীয় মহলা, মনজিৰা হাউচ, ওম ভৱন, এম. এল. নেহেৰু ৰোড, পাণবজাৰ, গুৱাহাটী-১

ৱেবছাইট ঃ neinad.com, ই-মেইল ঃ editorninad@gmail.com/

ফোন ঃ ৯৪৩৫৫-৫২০৩৫, ৯৪৩৫১-১১৫২৬, ৯৪৩৫০-৩১০৬৪, ৯৯৫৪৬-৮৯৬১৯, ৯৮৫৪০-৭০৬১৮

নিনাদৰ কলমেৰে...

# বিদ্যা আৰু ক্ষমতা

অতি প্ৰাচীন কালৰ পৰাই কেতবোৰ স্তৰত বিদ্যাক ক্ষমতাই নিয়ন্ত্ৰণ কৰি আহিছে। ৰাজতন্ত্ৰত ৰজা আছিল ক্ষমতাৰ অধিকাৰী আৰু সমাজৰ তথাকথিত উচ্চকুলজাত লোকৰ আছিল শাস্ত্ৰত অধিকাৰ। এই দুয়োটা শ্ৰেণী আছিল সমাজৰ শক্তিশালী নিয়ন্ত্ৰক শ্ৰেণী আৰু এওঁলোকৰ পাৰস্পৰিক বিৰোধ নাছিল। স্ত্ৰী-শূদ্ৰৰ বাবে শিক্ষাৰ দুৱাৰ তেতিয়া খোলাই নাছিল। ব্ৰাহ্মণসকলৰ দাবী আছিল বেদত আছে তেওঁলোকৰহে অধিকাৰ। ৰজাসকলেও ব্ৰাহ্মণসকলক পৃষ্ঠপোষকতা দিছিল আৰু ব্ৰাহ্মণ-পণ্ডিত শ্ৰেণীটোও ৰাজ-আনুগত্যৰ প্ৰতি সচেতন আছিল। পৃষ্ঠপোষক ৰজাৰ প্ৰশস্তিৰে পণ্ডিতসকলে তাৰ প্ৰমাণ দি গৈছে। গতিকে ক্ষমতাই যে বিদ্যাক সেই সময়তো নিয়ন্ত্ৰণ কৰিছিল সেই কথা স্পষ্ট।

ক্ষমতাৰ লগত বিদ্যাক ব্যৱহাৰ কৰা বাবেই সমাজখনত তথাকথিত নিম্ন শ্ৰেণী বা বৰ্গৰ অধিকাৰ দমিত হৈছিল। তেওঁলোক আগবাঢ়ি যোৱাত বাধা আহি পৰিছিল। উদাহৰণস্বৰূপে ক'ব পাৰি গায়ত্ৰী মন্ত্ৰ স্ত্ৰী-শূদ্ৰই শুনাটোও পাপ বুলি বিবেচনা কৰা হৈছিল। অথচ এই মন্ত্ৰত তেনে কোনো গোপনীয় কথা নাই, আছে সূৰ্য বা জ্যোতিৰ উপাসনা। অৰ্থাৎ কৌশলগতভাৱে পোহৰৰ বন্দনা কৰাৰ অধিকাৰৰ পৰাও এটা শ্ৰেণীক সম্পূৰ্ণৰূপে আঁতৰাই ৰখা হৈছিল।

ভাৰতবৰ্ষ বৃটিছে অধিকাৰ কৰাৰ পিছত শাসনতন্ত্ৰ সলনি হৈছিল আৰু আধুনিক শিক্ষাৰ প্ৰসাৰণ হৈছিল। বৃত্তিগত স্বাধীনতাও ব্যক্তি স্বাধীনতাৰ সমান্তৰালভাৱে আহি পৰিছিল। কিন্তু ক্ষমতাৰ পৰা বিদ্যা পৃথক হৈ পৰা নাছিল। ইংৰাজী শিক্ষাৰে শিক্ষিত বৃটিছৰ আনুগত্যশীল নতুনকৈ মধ্যবিত্ত শ্ৰেণী এটাৰ সৃষ্টি হৈছিল। এওঁলোকে বিদ্যাক বিত্তৰ লগতো জড়িত কৰি পেলাইছিল। বৃটিছ পুঁজিবাদৰ নিৰ্মম জয়যাত্ৰাৰ ছত্ৰছায়াত নৱজাগৰণৰ সৃষ্টি হৈছিল, কিন্তু ই সমগ্ৰ জাতিৰ জাগৰণ নাছিল। শিক্ষিত মধ্যবিত্ত শ্ৰেণীটোহে ইয়াৰ অন্তৰ্ভুক্ত আছিল। তেওঁলোকে সংস্কাৰ বিচাৰিছিল, কিন্তু পোনপটীয়াকৈ বৃটিছৰ বা সাম্ৰাজ্যবাদৰ বিৰোধিতা কৰা নাছিল। যি সৃষ্টি আৰু সংস্কাৰৰ প্ৰেৰণাত তেওঁলোক উদ্বুদ্ধ হৈছিল, সেয়া আছিল বৌদ্ধিক উল্লাসৰ দুটি পৰিপূৰক ৰূপ। অসমৰ ক্ষেত্ৰতো যদি আমি চাওঁ ভাষাকেন্দ্ৰিক জাতীয়তাৰ সৃষ্টি হৈছিল ঠিকেই, কিন্তু ক্ষমতাত অধীস্থিত হোৱাসকলৰ ৰাজনীতিৰ বিৰুদ্ধে কোনেও খোলাখুলিকৈ বিৰোধিতা কৰা নাছিল। সেই সময়ৰ সংবাদ পত্ৰ বা আলোচনীত বৃটিছ বিৰোধী ঢৌ আমি দেখা নাপাওঁ। অৰ্থাৎ ইংৰাজী শিক্ষাৰ ফলত বিত্ত আৰু বিদ্যা কুলবৃত্তিগত বন্ধনৰ পৰা অনেকক্ষেত্ৰত মুক্ত হৈছিল যদিও মধ্যশ্ৰেণীয়ে সুবিধাবাদী দৃষ্টিভংগী বাবে ক্ষমতাত থকাসকলৰ সৈতে পোনপটীয়া বিৰোধত আহিবলৈ সক্ষম হোৱা নাছিল। বিদ্যা আৰু বিদ্যাৰ স'তে অহা বিত্তলব্ধ সামাজিক প্ৰতিষ্ঠাই এই শ্ৰেণীটোক শাসকশ্ৰেণীৰ ওচৰ চপাই নিছিল। স্বাধীনতা লাভৰ পিছতো ভাৰতবৰ্ষৰ মধ্যশ্ৰেণীৰ এই চৰিত্ৰ সলনি হোৱা নাই।

কলা-সাহিত্য-সংস্কৃতিৰ দিশতো বহু সময়ত বিদ্যা আৰু ক্ষমতাৰ সনা-পোটকাই সত্য দৰ্শনৰ আদৰ্শক বিক্ষিপ্ত কৰি তুলিছে। কলা-সাহিত্য বা বিদ্যা চৰ্চাৰ মাজেৰে প্ৰতিষ্ঠিতসকলে বহু সময়ত এই ক্ষেত্ৰত নিজৰ ক্ষমতাৰ অপব্যৱহাৰ কৰে। উদাহৰণস্বৰূপে ক'ব পাৰি বৃহৎ গোষ্ঠী বা চৰকাৰী নিয়ন্ত্ৰণাধীন অনুষ্ঠান বা কাকত-আলোচনীয়েও বহু সময়ত এক বিশেষ ল'বী তৈয়াৰ কৰে আৰু এই জগতখনৰ নিয়ন্ত্ৰণ বহু সময়ত এওঁলোকৰ হাতত থাকে। কোন সমাদৃত হ'ব, কোন বৰ্জিত হ'ব, কোন উঠিব, কোন নামিব— এই সকলোবিলাকৰ অংক তেওঁলোকৰ হাতত থাকে। সাধাৰণতে এই শ্ৰেণীটোৱে সেই প্ৰাচীন সময়ৰে পৰা চলি অহা শাসকশ্ৰেণীৰ প্ৰতি আনুগত্য কৌশলগতভাৱে বজাই ৰাখে। ব্যক্তিগত জীৱনত কোনো ধৰণৰ সা-সুবিধাৰ পৰা এওঁলোক বঞ্চিত নহয়। আৰু এওঁলোকৰ আশীসধন্য স্তাৱক শ্ৰেণী এটাও থাকে। বিদ্যাই সুযোগ দিয়া প্ৰতিষ্ঠাৰ সুবিধা লাভ কৰি এওঁলোকে নিজৰ অৰ্থনৈতিক আৰু ক্ষমতাকেন্দ্ৰিক ভৱিষ্যত সুৰক্ষিত কৰি ৰাখে। আমাৰ সমাজত ক্ষমতাই নিয়ন্ত্ৰণ কৰা এই বিদ্বান শ্ৰেণীটোৰ সংখ্যা দিনে দিনে বাঢ়ি আহিছে। বিদ্বান শ্ৰেণীটোৱে নিজৰ বিদ্যা আৰু সৃষ্টিক ক্ষমতাৰ দাস কৰি তোলাৰ বাবেই বহু সময়ত সমাজ জীৱনৰ সমস্যাবিলাক সঠিক ৰূপত উত্থাপিত নহয়গৈ। সমস্যাক লৈ ৰাজনীতি কৰা হয়, সমস্যাৰ পৰা সাধাৰণ মানুহক বিচ্যুত কৰি তোলা হয়, কিন্তু সমস্যাৰ আঁৰত থকা প্ৰকৃত সত্য বলিষ্ঠভাৱে তুলি ধৰা নহয়। কাৰণ তেনে হ'লে শক্তিশালী শ্ৰেণীটোৰ স্বাৰ্থত ই আঘাত কৰিব। গতিকে বিদ্বান শ্ৰেণীটো ক্ষমতাশালী চক্ৰৰ হতোৱাত বন্দী হৈ পৰে। বিদ্বান শ্ৰেণীৰ এনে আপোচমুখিতাই দুৰ্ভাগ্যজনকভাৱে আমাৰ সমাজ-সংস্কৃতিৰ জগতখন নিয়ন্ত্ৰণ কৰি আছে।

বিদ্যা ক্ষমতাৰ পৰা মুক্ত হৈ গণতান্ত্ৰিক চেতনাক শক্তিশালী কৰি তুলিলেহে সমাজ বা ৰাষ্ট্ৰই প্ৰগতিৰ পথত আগবাঢ়িব পাৰে। বিদ্যাই বাট দেখুৱায়। একে সময়তে কিন্তু ক্ষমতাৰ নিয়ন্ত্ৰণত থকা বিদ্যাই পথ বিচ্যুতও কৰে। আমি ভাবোঁ— আমাৰ দেশত ক্ষমতাৰ বৃত্তৰ বাহিৰত বিদ্বান শ্ৰেণীৰ এক শক্তিশালী নেটৱৰ্কৰ প্ৰয়োজন। আত্মপ্ৰতিষ্ঠা বা স্তাৱক শ্ৰেণীৰ প্ৰতিষ্ঠাৰ বাবে নহয়; সমাজক প্ৰকৃত সত্যৰ মুখামুখি কৰি দিবলৈয়ে ক্ষমতাৰ পৰা মুক্ত হৈ বিদ্বান শ্ৰেণী সংঘবদ্ধ হোৱা দৰকাৰ। নতুন বছৰত নিনাদৰ সকলো লেখক-পাঠক-শুভাকাংক্ষীক লৈ আমি তেনে এটি যাত্ৰাৰ সংকল্প কৰোঁ আহক।

# নৱবৰ্ষৰ মালিতা

**নয়নমণি মেধি**

হেমন্তৰ সৰাপাতৰ দৰে আজি ৰাতি
জৰ্জৰ্কৈ সৰি পৰিল কেলেণ্ডাৰৰ পৃষ্ঠাবোৰ

মই সুধিলোঁ
এনেকৈ কিয় সৰিলা

আমাক বিদায় দিয়া
আমাক বিদায় দিয়া
সৰি পৰা পৃষ্ঠাবোৰে ক'লে
আৰু অলপ পিছতেই তোমালোকৰ বাবে
নতুন এখন কেলেণ্ডাৰ আহিব
লগতে আহিব নতুন আশা নতুন পৰিকল্পনা

মাজৰাতি সঁচাকৈয়ে নতুন কেলেণ্ডাৰ এখন আহি
মোক টোপনিৰ পৰা জগালে আৰু ক'লে
এয়া চোৱা মই আহিলোঁ
হেপ্পী নিউ ইয়েৰ

মই সুধিলোঁ
আমালে কিবা উপহাৰ আনিছা নেকি
নতুন কেলেণ্ডাৰে মোক ওলোটাই সুধিলে
মোৰ পৰা কি বিচৰা তোমালোকে

মোৰ নিজাকৈ কোনো অভিলাষ নাই
সেয়ে চৌদিশে থকা আটাইকে সুধিলোঁ
কি বিচৰা তোমালোকে কি বিচৰা

আটাইয়ে একমুখে ক'লে
শান্তি বিচাৰোঁ আমি— শান্তি
অৱসান বিচাৰোঁ এই হিংসা-সন্ত্ৰাসৰ
বিনাশ বিচাৰোঁ এন্ধাৰৰ
চিৰসমাপ্তি বিচাৰোঁ অন্ধবিশ্বাসৰ ডাইনী হত্যাৰ
'বন্ধ'বোৰ বন্ধ হোৱাটো বিচাৰোঁ
ওভোতাই বিচাৰোঁ শিশু আৰু মহিলাৰ অধিকাৰ

আগন্তুকে ক'লে
সেয়ে হওক তেন্তে
তথাস্তু

# একচেতীয়া পুঁজিবাদ আৰু সাম্ৰাজ্যবাদ

বিবেক দাস

**ম**ধ্য যুগৰ পিছত উদ্যোগিক উৎপাদনৰ ইতিহাসক আমি তিনিতা পৰ্যায়ত ভাগ কৰোঁ।

১। হস্তশিল্পৰ যুগ ঃ দক্ষ মিস্ত্ৰীসকলে অলপ সংখ্যক নিৰ্ভৰযোগ্য বনুৱা আৰু শিক্ষানৱিশসকলৰ সহযোগত এই সময়ত বস্ত্ৰ উৎপাদনত বিশেষ নেতৃত্ব দিছিল য'ত একো একোজন বনুৱাই সম্পূৰ্ণ সামগ্ৰীটোৱেই উৎপাদন কৰিছিল।

২। বৃহৎ উৎপাদনৰ যুগ ঃ এই পৰ্যায়ত বৃহৎ সংখ্যক শ্ৰমিকে দল বান্ধি একো একোটা বৃহৎ প্ৰতিষ্ঠানত কাম কৰে। তেওঁলোকে শ্ৰম বিভাজনৰ (Division of Labour) নিয়ম মানি চলে বা একো একোটা সামগ্ৰী উৎপাদন কৰোঁতে শ্ৰমিকজনে ইয়াৰ এটা অংশৰ কামটো কৰে। অৰ্থাৎ সকলো শ্ৰমিকৰ আংশিক কামৰ মাজেদি এটা সম্পূৰ্ণ সামগ্ৰী উৎপাদন হয়।

৩। আধুনিক উদ্যোগ ঃ এই পৰ্যায়ত শক্তিৰ দ্বাৰা পৰিচালিত আধুনিক যন্ত্ৰপাতিৰ সহায়ত উৎপাদন কাৰ্য সমাধা কৰা হয় আৰু য'ত এজন শ্ৰমিকৰ শ্ৰমক মাথোঁ যান্ত্ৰিক প্ৰক্ৰিয়াটোক নিৰীক্ষণ (চুপাৰভাইজ) কৰা আৰু যান্ত্ৰিক কিবা বিসংগতি হ'লে শুধৰাই দিয়া কাৰ্যলৈ সংকুচিত কৰা হয়। (এঙ্গেলছ, কাল্পনিক সমাজতন্ত্ৰ আৰু সমাজবাদ)।

হস্তশিল্পৰ যুগৰ পৰা বৃহৎ উৎপাদন যুগলৈ অহাৰ ক্ষেত্ৰত পুঁজিয়ে লোৱা গুৰুত্বপূৰ্ণ ভূমিকাৰ কথা ইতিমধ্যে কেবা ঠাইতো আলোচনা কৰা হৈছে। আধুনিক পুঁজিবাদৰ যুগতেই পুঁজিবাদে একচেটীয়া ৰূপ ধাৰণ কৰে আৰু ক্ৰমান্বয়ে সাম্ৰাজ্যবাদৰ ফালে গতি কৰে।

এঙ্গেলছৰ উদ্ধৃতি এইবাবেই উল্লেখ কৰা হৈছে যাতে পাঠকসকলে পুঁজিবাদৰ বিকাশৰ সংযোগ সূতাডাল চিনি উলিয়াব পাৰে। নহ'লে সাম্ৰাজ্যবাদ সম্পৰ্কে এক সঠিক ধাৰণা কৰাটো সম্ভৱ নহ'ব। কিয়নো সাম্ৰাজ্যবাদ সম্পৰ্কে যিবোৰ ধাৰণা সাধাৰণতে জ্ঞাত, মাৰ্ক্সীয় পৰিভাষাই সাম্ৰাজ্যবাদ সম্পৰ্কে থকা তেনে ধাৰণাক স্বীকাৰ নকৰে। সাম্ৰাজ্যবাদ সম্পৰ্কে থকা জনপ্ৰিয় ধাৰণাবোৰনো কি? এটা হৈছে এখন দেশে আনৰ দেশ দখল কৰি সাম্ৰাজ্য বিস্তাৰ কৰা আৰু দখলকাৰী দেশৰ পতাকা উৰুৱাই নিজৰ শাসন প্ৰতিষ্ঠা কৰা। এই ধাৰণা অৱশ্যে প্ৰাক পুঁজিবাদৰ লগত খাপ খায়। আন এটা ধাৰণা হৈছে কেঁচামাল বা বজাৰৰ বা মাটিৰ বাবে আন দেশসমূহ দখল কৰা হয়। প্ৰকৃততে অৰ্থনীতিৰ যি প্ৰক্ৰিয়াই হস্তশিল্পৰ যুগৰ পৰা একচেটীয়া পুঁজিবাদৰ যুগলৈ উত্তৰণ ঘটাইছিল সেই অৰ্থনৈতিক প্ৰক্ৰিয়াই সাম্ৰাজ্যবাদৰ উদ্ভৱ ঘটাইছিল। কেৱল আনৰ দেশত দখলকাৰী দেশৰ পতাকা উৰুৱাৰ বিমূৰ্ত হেঁপাহটোৰেই সাম্ৰাজ্যবাদৰ উদ্ভৱ ঘটোৱা নাছিল। একেদৰে কেঁচামাল বা বজাৰৰ সন্ধানত দেশ দখল নকৰাকৈ অতীজৰ পৰা বেপাৰী বণিকসকলে দেশে-বিদেশে ঘূৰি ফুৰাটো অতীজৰ পৰাই চলি আহিছিল বা কামৰ সন্ধানত বা আবাদি মাটিৰ সন্ধানতো এখন দেশৰ পৰা আন এখন দেশলৈ লোকৰ প্ৰব্ৰজন চলি থাকে আৰু ইয়াৰ বাবে এখন দেশ দখল কৰাৰ প্ৰয়োজন নাথাকে। লেনিনে প্ৰথম মাৰ্ক্সবাদী দৃষ্টিভংগীৰে সাম্ৰাজ্যবাদ সম্পৰ্কে বিস্তৃত ব্যাখ্যা দাঙি ধৰে। কিয়নো মাৰ্ক্স আৰু এঙ্গেলছৰ সময়ছোৱাত সাম্ৰাজ্যবাদে পূৰ্ণাংগ ৰূপ পোৱা নাছিল। তথাপিও এঙ্গেলছে পুঁজিবাদৰ একচেটীয়াকৰণৰ প্ৰৱণতাবোৰ চিহ্নিত কৰিবলৈ সক্ষম হৈছিল আৰু তাৰেই আঁত ধৰি তথা মাৰ্ক্সৰ মৃত্যুৰ পাছত হোৱা অৰ্থনৈতিক বিকাশৰ অধ্যয়ন চলাই লেনিনে সাম্ৰাজ্যবাদক পুঁজিবাদৰ উচ্চতম স্তৰ হিচাপে (Highest Stage of Capitalism) মূল্যায়ন কৰিছিল। লেনিনে আঙুলিয়াই দিছিল— "One of is special features was the export of capital, as distinct from the export of ordinary comodities ; and he showed that this was the result of certain changes that had taken place within capitalism itself. He therefore described imperialism as a special stage of Capitalism the stage in which monopolies on a large scale had developed in the chief capitalist countries." লেনিনে আঙুলিয়াই দিছিল যে সাম্ৰাজ্যবাদৰ অন্যতম বৈশিষ্ট্য হৈছে পুঁজিৰ ৰপ্তানি, যিটো অন্যান্য সামগ্ৰী ৰপ্তানিৰ পৰা সম্পূৰ্ণ পৃথক। তেওঁ এইটোও কৈছিল যে পুঁজিবাদৰ অভ্যন্তৰৰ পৰা হোৱা বিশিষ্ট পৰিৱৰ্তনৰ ফলতে এয়া সম্ভৱ হৈছিল। পৰিৱৰ্তিত পুঁজিবাদৰ এই বিশেষ স্তৰটোক তেওঁ সাম্ৰাজ্যবাদ হিচাপে অভিহিত কৰিছিল। যিটো স্তৰত প্ৰাচীন পুঁজিবাদী দেশসমূহত পুঁজিৰ একচেটীয়াকৰণ সাংঘাটিকভাৱে বৃদ্ধি পাইছিল। লেনিনে পুঁজিবাদী অৰ্থনীতিত হোৱা এই পৰিৱৰ্তনৰ পাঁচটা প্ৰধান বৈশিষ্ট্যৰ বিষয়ে উল্লেখ কৰিছিল। এই বৈশিষ্ট্যকেইটা খৰচি মাৰি আলোচনা কৰা যাওক।

প্ৰথমটো হৈছে সাংঘাটিক মাত্ৰাত উৎপাদন আৰু পুঁজিৰ কেন্দ্ৰীভূতকৰণ (Concentration)। ইয়াৰ ফলত মন'পলি (Monopoly) ৰ সৃষ্টি হৈছিল আৰু ইয়েই অৰ্থনৈতিক জীৱনত গুৰুত্বপূৰ্ণ প্ৰভাৱ পেলাইছিল। মূলতঃ উন্নত পুঁজিবাদী দেশসমূহত এই পৰিঘটনা সংঘটিত হৈছিল। অবিভক্ত জাৰ্মানী, আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু বৃটেইনৰ বৃহৎ পৰিমাণৰ পুঁজি এমুঠিমান কোম্পানীৰ হাতত কেন্দ্ৰীভূত হোৱা পৰিলক্ষিত হৈছিল। বৃটেইনৰ ইউনিলিভাৰ (Unilever) Imperial chemical Industriesৰ প্ৰত্যেকৰ হাতত 1,00000000 পৰিমাণ ধনৰাশি পুঞ্জীভূত হৈছিল। প্ৰত্যেক উদ্যোগতে সমগ্ৰ ব্যৱসায়ৰ এক বৃহৎ অংশ নিয়ন্ত্ৰণ কৰিছিল কেইটামান বৃহৎ কোম্পানীয়ে আৰু যিবোৰ আকৌ স্থিৰ কৰা আৰু কোটা নিয়ন্ত্ৰণ কৰা আদিৰ বাবে চুক্তিৰ জৰিয়তে আৱদ্ধ হৈ আছিল আৰু এনেদৰেই যৌথভাৱে একচেটীয়া ৰাজ্য চলাইছিল।

ইয়াত বেংক পুঁজি (Bank Capital) ঔদ্যোগিক পুঁজিৰ সৈতে একীভূত হৈ লগ্নী পুঁজি বা বিত্তীয় পুঁজি (Finance Capital) ৰ জন্ম দিছিল। একোখন দেশৰ মাত্ৰ কেইজনমান লোকৰ হাতত এই লগ্নী পুঁজি কেন্দ্ৰীভূত হৈছিল আৰু সেই দেশৰ নিয়ন্ত্ৰণো তেওঁলোকৰ হাতলৈ গুচি গৈছিল। পুঁজিবাদী অৰ্থনীতিৰ আগমনৰ পিছত এছোৱা সময়লৈকে উদ্যোপতিসকলৰ লগত বেংক মালিকসকলৰ প্ৰত্যক্ষ সম্পৰ্ক নাছিল বা উদ্যোগপতিসকলৰ লাভ-লোকচানৰ লগত বেংক মালিকসকলৰ তেনে কোনো লেন-দেন নাছিল। ঋণ দিয়া বেংক কৰ্তৃপক্ষ আৰু ঋণ লওঁতা কৃষকসকলৰ মাজত বৰ্তমান যি সম্পৰ্ক আমি প্ৰত্যক্ষ কৰোঁ, একেধৰণৰ তেনে সম্পৰ্কই বিৰাজ কৰিছিল তদানীন্তন উদ্যোগপতি আৰু বেংক

মালিকসকলৰ মাজত। অৱশ্যে উদ্যোগপতিসকলৰ লাভৰ এটা অংশ সূতৰ ৰূপত বেংক মালিকসকলে লাভ কৰিছিল। কিন্তু উদ্যোগসমূহৰ বৃহত্তৰ প্ৰসাৰ আৰু অংশীদাৰ কোম্পানী (Share Company) ৰ ব্যৱসায়লৈ পৰিণত হোৱাৰ লগে লগে বেংক মালিকসকলেও বেংক ব্যৱসায়ত অংশ ল'বলৈ আৰম্ভ কৰে। এনেকৈয়ে যিসকল ধনী পুঁজিপতিয়ে বেংক মালিক হিচাপে বা উদ্যোগপতি হিচাপে ব্যৱসায় আৰম্ভ কৰিছিল তেওঁলোক এই প্ৰক্ৰিয়াত বেংক মালিক উদ্যোগপতিলৈ ৰূপান্তৰ হৈছিল। এই নতুন ৰূপত একীভূতকৰণে (Merger) তেওঁলোকৰ ক্ষমতা প্ৰত্যক্ষভাৱে বৃদ্ধি কৰিছিল। বৃটেইনত এই জোটত মাটিৰ মালিকসকলেও যোগ দিছিল। অৰ্থাৎ বেংকো তেওঁলোকৰ, কাৰখানাও তেওঁলোকৰ, মাটিও তেওঁলোকৰ। যাৰ ফলত লগ্নী পুঁজিয়ে দ্ৰুত গতিত ইটোৰ পিছত সিটো ব্যৱসায়িক প্ৰতিষ্ঠান নিজৰ হাতলৈ আনিবলৈ সক্ষম হ'ল। আনকি লগ্নী পুঁজিৰ বৰ্ধিত শক্তিক ৰাষ্ট্ৰয়ো স্বীকৃতি দিবলৈ বাধ্য হ'ল।

বেংক আৰু উদ্যোগপুঁজিৰ একীভূতকৰণৰ এটা সহজ উদাহৰণ হৈছে বেংকৰ সঞ্চালক মণ্ডলীত উদ্যোগপতিসকল আৰু বেংক মালিকসকলৰ সঞ্চালক পদ গ্ৰহণ কৰাৰ ঘটনাটো। যিসকল বেংক ব্যৱসায়ৰ শক্তিশালী ফিগাৰ সেইসকল উদ্যোগ আৰু বাণিজ্যৰো শক্তিশালী ফিগাৰ। ১৮৭০ চনত বৃটেইনৰ পাঁচ গৰাকী বেংক মালিকে (পিছত তেওঁলোক "বিগ ফাইভ" আৰু "ইংলেণ্ডৰ বেংক" হিচাপে জনাজাত হৈ পৰিছিল।) আন উদ্যোগৰ ১৭৫ টা পদত অধিস্থান কৰিছিল। ১৯১৩ চনত এওঁলোকে গ্ৰহণ কৰা সঞ্চালক মণ্ডলীৰ সদস্যৰ পদ আছিল ৩২৯ আৰু ১৯৩৯ চনত ১১৫০। ১৯৩৫ চনৰ এই ১১৫০ সংখ্যাৰ ভিতৰত আটাইতকৈ বেছি আছিল কেৱল দুটা কোম্পানী ইউনিলিভাৰ আৰু আই. চি. আই. কোম্পানী। যি দুটা কোম্পানীয়ে অসংখ্য সৰু-বৰ কোম্পানীক গিলি পেলাইছিল।

তৃতীয়টো বৈশিষ্ট্যৰ বিষয়ে আলোচনা কৰা যাওঁক। সেইটো হৈছে পুঁজিৰ ৰপ্তানি বিষয়টো। লগ্নী পুঁজিৰ বিকাশ হোৱাৰ আগলৈকে উন্নত পুঁজিবাদী দেশসমূহে নিজ দেশত উৎপাদিত পণ্য সামগ্ৰীসমূহ যথা বস্ত্ৰ আদি আন দেশলৈ ৰপ্তানি কৰিছিল আৰু নিজ দেশত উদ্যোগ বা ঘৰুৱা ব্যৱসায়ৰ উপযোগী কেঁচামাল ক্ৰয় কৰি আনিছিল। কিন্তু ১৯ শতিকাৰ মাজভাগত অৰ্থাৎ ১৯৬০ দশক মানৰ পৰাই লগ্নী পুঁজিৰ বিকাশ দ্ৰুতগতিত হ'বলৈ আৰম্ভ কৰে। শতিকাৰ শেষৰ ফালে লগ্নী পুঁজিয়ে নিজ নিজ দেশৰ ৰাষ্ট্ৰ ব্যৱস্থাত প্ৰভাৱ বিস্তাৰ কৰে আৰু আন দেশলৈ পুঁজিৰ ৰপ্তানি প্ৰক্ৰিয়া আৰম্ভ হয়। এই পুঁজিৰ ৰপ্তানি এনে উদ্দেশ্যত কৰা হয় যাতে বছৰ বছৰলৈকে সেই দেশৰ পুঁজিৰ স্বাৰ্থ নিশ্চিতভাৱে আৰু স্থায়ীভাৱে সুৰক্ষিত কৰা হয়। যিটো প্ৰক্ৰিয়া আগতে প্ৰচলন হৈ থকা বস্তু-বাহানিৰ ৰপ্তানি ব্যৱসায়ৰ পৰা সম্পূৰ্ণ গুণগতভাৱে পৃথক। Such exports of capital lending to foreign states or companies , or financing railways and harbour works or mines in British Possessions - were usually made on the condition that orders for materials etc. were placed with the British Industrial concerns with which Banks were connected. Thus the two wings of finance capital worked together, each getting very substantial profits and shutting out rirds from the transaction.

অৰ্থাৎ পুঁজিত ৰপ্তানি হৈছিল বিদেশী ৰাষ্ট্ৰ বা কোম্পানীক ধাৰে দিয়াৰ জৰিয়তে বা বৃটিছৰ অধীনত বিদেশী ৰাষ্ট্ৰত নিজাববীয়াকৈ ৰে'লপথ নিৰ্মাণ কৰা বা খনি আদি খনন কাৰ্যপৰিচালনা কৰাৰ বাবে ধন খটোৱা (ফাইনেনচিং)ৰ

***মাৰ্ক্সে আগতেই দেখুৱাইছিল যে বিশ্বৰ বজাৰত কাৰখানৰ উৎপাদিত সামগ্ৰী বিক্ৰীৰ ক্ষেত্ৰত বৃটেইনৰ পুঁজিপতি শ্ৰেণী অগ্ৰণী আছিল আৰু সেয়ে তেওঁলোকে লাভ কৰা অতিৰিক্ত লাভৰ এটা অংশ নিজ দেশৰ শ্ৰমিক শ্ৰেণী বিশেষকৈ দক্ষ শ্ৰমিকসকলক দিবলৈ সক্ষম হৈছিল। এনেকৈয়ে বৃটেইনৰ ইঞ্জিনীয়াৰ আৰু বস্ত্ৰশিল্পৰ শ্ৰমিকসকলে পৃথিৱীৰ আন দেশৰ শ্ৰমিকৰ তুলনাত উচ্চমান সন্তোষে জীৱন নিৰ্বাহ কৰিবলৈ সক্ষম হৈছিল। যাৰ ফলত এই শ্ৰমিক শ্ৰেণীটোৰ স্বাৰ্থ ঔপনিবেশিক দেশৰ পুঁজিপতি শ্ৰেণীৰ স্বাৰ্থৰ লগত সাঙোৰ খাই পৰিছিল।***

জৰিয়তে। এইসমূহ কাৰ্য কৰা হৈছিল বৃটিছ উদ্যোগৰ স্বাৰ্থ আগত ৰাখি আৰু যাৰ লগত বেংকসমূহ যুক্ত হৈ আছিল। উদাহৰণস্বৰূপে বৃটিছে ভাৰতবৰ্ষত খনিৰ পৰা তেল নিষ্কাষণ কৰা উদ্যোগত টকা খটুৱাইছিল কিছুমান চৰ্তত। যি চৰ্তসমূহ আচলতে ভাৰতৰ অৰ্থনৈতিক স্বাৰ্থ সম্পূৰ্ণৰূপে বৃটিছৰ অধীন কৰি পেলাইছিল। এনেদৰে আচলেত লগ্নী পুঁজিৰ দুই শাখাই একেলগে বিদেশী ৰাষ্ট্ৰত কাৰ্য-কলাপ চলাই এফালে বিশাল পৰিমাণৰ লাভ কৰিবলৈ সক্ষম হৈছিল আনফালে প্ৰতিদ্বন্দ্বীবোৰক এই দেন-দেনৰ পৰা বাহিৰ কৰি পেলাইছিল। লেনিনে এই পৰিঘটনাটোকে পুঁজিৰ ৰপ্তানি হিচাপে অভিহিত কৰিছিল। এই পুঁজিয়েই পিছত একোখন বিদেশী ৰাষ্ট্ৰত খোপনি দৃঢ় কৰি দেশখন নিজৰ অধীন কৰি পেলাইছিল আৰু আধুনিক সাম্ৰাজ্যবাদ আৰম্ভণিৰ এয়াই হৈছে অৰ্থনৈতিক প্ৰেক্ষাপট।

৪। পুঁজিবাদৰ পৰা সাম্ৰাজ্যবাদলৈ উত্তৰণৰ ক্ষেত্ৰত অৰ্থনীতিত হোৱা পৰিৱৰ্তনৰ চৰ্তৰ বৈশিষ্ট্যৰ বিষয়ে আলোচনা কৰা যাওঁক। এইটো হৈছে আন্তৰ্জাতিক ক্ষেত্ৰত একচেটীয়া পুঁজিপতি গোষ্ঠীসমূহৰ মাজত বুজাবুজিৰ বন্ধন। অৰ্থাৎ উন্নত পুঁজিবাদী দেশসমূহত জন্ম হোৱা একচেটীয়া পুঁজিপতি গোষ্ঠীসমূহ পৃথিৱীৰ অন্যান্য দেশসমূহত বিশেষকৈ আফ্ৰিকা আৰু এছিয়া মহাদেশৰ সম্বন্ধ নিজৰ মাজত ভাগ কৰি পেলাইছিল। এইটো সংঘটিত হৈছিল তেল, তীখা বিশেষকৈ খনিজ সম্পদৰ উদ্যোগৰ ক্ষেত্ৰত। পৃথিৱীখনক কেইটামান একচেটীয়া গোষ্ঠীৰ মাজত ভাগ কৰা হৈছিল। এনেধৰণৰ এখন দেশৰ মুঠ বৈদেশিক বাণিজ্যৰ কিমান শতাংশ কোনটো একচেটীয়া গোষ্ঠীয়ে লাভ কৰিব, বজাৰসমূহ কোনটো একচেটীয়া গোষ্ঠীক কেনেদৰে আৱণ্টন কৰা হ'ব আৰু আনকি সামগ্ৰীৰ মূল্য নিৰ্ধাৰণ কৰালৈকে একচেটীয়া গোষ্ঠীসমূহ বুজাবুজিত আৱদ্ধ হৈছিল।

৫। পৃথিৱীখনত ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত একচেটীয়া গোষ্ঠীবোৰে নিজৰ মাজত ভাগ-বতৰা কৰি লোৱাৰ পাছত এই প্ৰক্ৰিয়াই সম্পূৰ্ণতা লাভ কৰিলে দেশসমূহক একোটা অঞ্চল হিচাপে নিজৰ মাজত বিভাজন (টেৰিটৰিয়েল ডিভিজন) কৰি পেলোৱাৰ মাজেদি। উদাহৰণস্বৰূপে ১৮৭৬ চনত আফ্ৰিকাৰ ১১ শতাংশ অঞ্চল ইউৰোপীয় একচেটীয়া গোষ্ঠীৰ দখলত আছিল আৰু ১৯০০ চনত ই ৯০ শতাংশলৈ বৃদ্ধি পায়। সেইদৰে চীন দেশৰ বিভিন্ন অঞ্চলত আমেৰিকা, ফ্ৰান্স, বৃটেইন আদি একচেটীয়া গোষ্ঠীবোৰে নিজৰ মাজত ব্যৱসায়ৰ বাবে ভাগ কৰি লৈছিল। যদিও চীনৰ সম্ৰাটৰ হাতত চীনৰ সাম্ৰাজ্য ন্যাস্ত আছিল। সেইদৰে ভাৰতবৰ্ষতো বিভিন্ন অঞ্চলত ফৰাচী, ওলন্দাজ, বৃটিছ আদিৰ একচেটীয়া ব্যৱসায়ী গোষ্ঠীবোৰে নিজৰ আধিপত্য বিস্তাৰ কৰিছিল।

ক'বলৈ গ'লে অৰ্থনীতিত হোৱা এই যুগান্তকাৰী পৰিৱৰ্তনে অৰ্থাৎ একচেটীয়া পুঁজিপতি গোষ্ঠীসমূহৰ অন্যান্য দেশলৈ বৰ্ধিত হাৰত প্ৰসাৰণ আৰু অঞ্চলসমূহত নিজৰ প্ৰভুত্ব বিস্তাৰৰ ফলতে পুঁজিপতি গোষ্ঠীসমূহৰ মাজত সংঘাতৰো বীজ অংকুৰিত হৈছিল। অতি পিছপৰা দেশসমূহ তেওঁলোকৰ তেনেই দুৰ্বল প্ৰতিৰোধ ক্ষমতাৰ বাবে একচেটীয়া পুঁজিপতি গোষ্ঠীসমূহৰ সহজেই চিকাৰ হৈছিল। অৰ্থাৎ খুব সহজেই এই দেশসমূহ একচেটীয়া পুঁজিপতি গোষ্ঠীসমূহে নিজৰ অধীনলৈ আনবলৈ সক্ষম হৈছিল। যাৰ ফলত এইটোও হৈছিল যে কম সময়ৰ ভিতৰতে একচেটীয়া পুঁজিপতি গোষ্ঠীসমূহৰ মাজত দেশসমূহৰ আবণ্টন সম্পূৰ্ণ হৈছিল আৰু শক্তিশালী একচেটীয়া গোষ্ঠীসমূহৰ বাবে নতুন ব্যৱসায় ক্ষেত্ৰ বন্ধ হৈ পৰিছিল। নতুন বজাৰ বা নতুন ব্যৱসায় ক্ষেত্ৰ লাভ কৰিবলৈ হ'লে কোনোবা নহয় কোনোবা এটা একচেটীয়া গোষ্ঠীৰ অধীনৰ পৰা বজাৰ বা ব্যৱসায় হস্তগত কৰাৰ বিনিময়তহে সম্ভৱ হৈছিল। সেয়েহে বজাৰ বা ব্যৱসায়ৰ ক্ষেত্ৰসমূহত নিজৰ একচেটীয়া আধিপত্য বিস্তাৰ কৰাৰ বাবেই পৃথিৱীখনক নতুনকৈ ভাগ কৰাটো প্ৰয়োজন হৈ উঠিছিল। যিহেতু বুজাবুজিৰ জৰিয়তে এই কাম-কাজৰ বাট সম্পূৰ্ণ বন্ধ হৈ পৰিছিল। এনেকৈয়ে আধুনিক পুঁজিবাদে পৃথিৱীৰ দ্বিতীয়খন বিশ্বযুদ্ধৰ জন্ম দিয়ে।

অৱশ্যে এইখিনিতে এটা কথা উল্লেখ কৰা প্ৰয়োজন যে লগ্নী পুঁজিয়ে কেৱল পিছপৰা দেশসমূহকহে বা উপনিৱেশসমূহকহে লক্ষ্য কৰি লয় তেনেকুৱা নহয়। লেনিনে দেখুৱাইছিল যে লগ্নী পুঁজিৰ প্ৰসাৰণৰ লক্ষ্য এটা স্বাভাৱিক প্ৰৱণতা আৰু সুযোগ সুবিধা পালে উন্নত পুঁজিবাদী দেশসমূহকো ই লক্ষ্য কৰি ল'ব পাৰে। লেনিনৰ এই পৰ্যবেক্ষণে পিছত জাৰ্মান লগ্নী পুঁজিয়ে ইউৰোপৰ দেশসমূহৰ বিৰুদ্ধে চলোৱা আগ্ৰাসনৰ ঘটনাই সত্য প্ৰমাণিত কৰে।

আমি এই কথাও ক'ব পাৰোঁ যে পুঁজিবাদে সাম্ৰাজ্যবাদী স্তৰ পোৱাৰ পিছত ই এফালেদি অৰ্থনৈতিক সংকটক তীব্ৰ কৰি তোলে আৰু তাৰ ফলত যুদ্ধৰ জন্ম হয়। আনফালেদি শ্ৰমজীৱী জনসাধাৰণ আৰু ঔপনিৱেশিক

দেশসমূহৰ জনসাধাৰণৰ ওপৰতো এই অৰ্থনৈতিক সংকটৰ বোজা জাপি দি অৰ্থনৈতিক শোষণ তীব্ৰ কৰি তোলে। লেনিনে কৈছিল যে সাম্ৰাজ্যবাদে যে কেৱল অৰ্থনৈতিক সংকট আৰু যুদ্ধৰ জন্ম দিয়ে তেনে নহয়, ই আনটো মেৰুত শ্ৰমিক আন্দোলন আৰু ঔপনিৱেশিক তথা অৰ্ধ-ঔপনিৱেশিক দেশৰ জনগণৰ মাজতো সাম্ৰাজ্যবাদী শাসকৰ বিৰুদ্ধে স্বাধীনতা সংগ্ৰামৰো জন্ম দিয়ে। এতিয়া সাম্ৰাজ্যবাদী অৰ্থনীতি যুগৰ আন আন কেইটামান প্ৰাসংগিক বৈশিষ্ট্যৰ বিষয়ে আলোচনা কৰা যাওক।

**লেনিনে কৈছে বজাৰৰ বাবে বিভিন্ন একচেটীয়া গোষ্ঠীবোৰৰ মাজত যি চুক্তি হয় সেয়া মাথোঁ ব্যৱসায়িক গোষ্ঠীবোৰৰ মাজত চলি থকা ধাৰাবাহিক ব্যৱসায় যুদ্ধৰ একো একোখন সাময়িক যুদ্ধ বিৰতি হে।**

প্ৰথমটো হৈছে ৰাষ্ট্ৰখণ্ডৰ ওপৰত লগ্নী পুঁজিৰ সম্পূৰ্ণ নিয়ন্ত্ৰণ। এখন দেশৰ তেনেই এটা সৰু অংশৰ হাতত দেশৰ সমস্ত পুঁজি সম্পদ কেন্দ্ৰীভূত হোৱাৰ ফলত সেই সৰু অংশটো অতি শক্তিশালী হৈ উঠে আৰু এই সৰু অংশটোৰ স্বাৰ্থ ৰক্ষা হোৱাকৈ সকলো ধৰণৰ নীতি নিৰ্ধাৰণ কৰিবলৈ ৰাষ্ট্ৰযন্ত্ৰকো সম্পূৰ্ণ নিয়ন্ত্ৰণ কৰিবলৈ আৰম্ভ কৰে। সেইবাবেই লগ্নী পুঁজিৰ গোষ্ঠীটোৱে তাৰ বিদেশী প্ৰতিদ্বন্দ্বীৰ বিৰুদ্ধে ৰাষ্ট্ৰক ব্যৱহাৰ কৰাটো সম্ভৱ হৈ উঠে। যাৰ বাবে বিভিন্ন ধৰণৰ কৰ, কোটা আৰু নিষেধাজ্ঞাতে ক্ষান্ত নথাকি আনকি এখন দেশৰ বিৰুদ্ধে যুদ্ধত লিপ্ত হ'বলৈও বাধ্য কৰে এই পুঁজিৰ গোষ্ঠীটোৱে। পুঁজিয়ে ৰাষ্ট্ৰযন্ত্ৰত এনেদৰে শিপাই পেলাইছে যে সংসদবিলাকো এই পুঁজি স্বাৰ্থক ৰক্ষণাবেক্ষণ দিয়া আচ্ছাদনলৈ পৰিণত হয়। পুঁজিৰ নিৰাপদ বিচৰণ আৰু ৰক্ষণাবেক্ষণৰ বাবে আটাইতকৈ নিৰ্ভৰযোগ্য ৰাজনৈতিক আশ্ৰয়স্থল হৈ পৰে সংসদীয় গণতন্ত্ৰ— লেনিনে যাক পুঁজিবাদী গণতন্ত্ৰ হিচাপে অভিহিত কৰিছে। যি নহওক লগ্নী পুঁজি আৰু ৰাষ্ট্ৰৰ অংগাংগী সম্পৰ্কৰ ফলত লগ্নী পুঁজিৰ গোষ্ঠীসমূহ অধিক বলবান হৈ পৰে।

এতিয়া আমি লগ্নী পুঁজিৰ গোষ্ঠীসমূহৰ মাজৰ সংঘাতৰ অনিবাৰ্যতাৰ বিষয়ে আলোচনা কৰিম। এওঁলোকে নিজৰ মাজত সংঘাত এৰাই চলাটো কিয় অসম্ভৱ হৈ পৰিছিল? এইটো আগতে আলোচনা কৰা হৈছে যে একচেটীয়া গোষ্ঠীসমূহে গোটেই বিশ্বৰ বজাৰসমূহ নিজৰ মাজত ভাগ বাটোৱাৰ কৰি লৈছিল। এনেকুৱা লাগিছিল যেন তেওঁলোকৰ মাজৰ প্ৰতিযোগিতা এনে ভাগ-বাটোৱাৰেই অৱসান ঘটাইছিল আৰু ব্যৱসায়ী গোষ্ঠীবোৰৰ স্বাৰ্থসমূহ স্থায়ীভাৱেই আন্তৰ্জাতিক স্তৰত মিটমাট হৈছিল। এনে ঘটনা প্ৰৱাহে দেখুৱাই দিলে যে এই বুজাবুজি আছিল অতি ক্ষন্তেকীয়া চৰিত্ৰৰ আৰু সোনকালেই যুদ্ধত লিপ্ত হ'বলগীয়া পৰিস্থিতিৰ সৃষ্টি হ'ল। লেনিনে এই ঘটনাক ব্যাখ্যা কৰিছে এনে ধৰণে— Unequal development is the law of growth of Capital অৰ্থাৎ অসমান বিকাশ হৈছে পুঁজি বৃদ্ধিৰ নিয়ম। অৰ্থাৎ পুঁজিবাদৰ অসমান বিকাশেই একচেটীয়া গোষ্ঠীসমূহক সংঘাতত লিপ্ত কৰায়। এইটো কেনেকৈ হয় কোৱা যাওক। ধৰা হওঁক বৃটেইন, ফ্ৰান্স আৰু আমেৰিকাৰ একচেটীয়া গোষ্ঠীসমূহৰ মাজত ১৯০৫ চনত এখন বুজাবুজি চুক্তি কৰা হৈছিল। সেই সময়ত সেই দেশৰ গোষ্ঠীসমূহৰ উৎপাদিত ক্ষমতাৰ ওপৰত ভিত্তি কৰি বিশ্বৰ বজাৰসমূহ আৱণ্টন কৰা হৈছিল। কিন্তু কেইবছৰমানৰ ভিতৰতে পুঁজিবাদৰ বিকাশৰ নিয়ম অনুসৰিয়েই কিছুমান দেশৰ একচেটীয়া গোষ্ঠীৰ উৎপাদন ক্ষমতা প্ৰচণ্ডভাৱে বৃদ্ধি পায় আৰু তেওঁলোকক আগতে আৱণ্টন দিয়া বজাৰক লৈ তেওঁলোক সন্তুষ্ট থাকিব নোৱাৰা হয়। কথাটো সহজভাৱে ক'লে ধৰা হওঁক বৃটেইন, ফ্ৰান্স আৰু আমেৰিকাৰ একো একোটা একচেটীয়া গোষ্ঠীয়ে ক্ৰমে ২০০টন, ৩০০ টন আৰু ৪০০ টন লো উৎপাদন কৰছিল ১৯০৫ চনত আৰু সেই উৎপাদনৰ ওপৰত ভিত্তি কৰি বিশ্বৰ বজাৰসমূহ আৱণ্টন কৰা হৈছিল। কিন্তু কেইবছৰমানৰ ভিতৰতে বৃটেইনৰ লোৰ উৎপাদন ক্ষমতা ৫০০ টনলৈ বৃদ্ধি পালে। গতিকে বৃটেইনে আৰু

১৯০৫ চনৰ আৰণ্টনত সন্তুষ্ট থাকিব নোৱাৰে। বৃটেইনে চুক্তিখন নতুনকৈ দাবী কৰিব আৰু যদি বাকীবোৰে সেই দাবী মানি নলয় তেন্তে সেই চুক্তি লংঘন কৰিব আৰু আন এক তিক্ত সংঘাতৰ ফালে যাব। সেয়েহে লেনিনে কৈছে বজাৰৰ বাবে বিভিন্ন একচেটীয়া গোষ্ঠীবোৰৰ মাজত যি চুক্তি হয় সেয়া মাথোঁ ব্যৱসায়িক গোষ্ঠীবোৰৰ মাজত চলি থকা ধাৰাবাহিক ব্যৱসায় যুদ্ধৰ একো একোখন সাময়িক যুদ্ধ বিৰতি (Ormestice) হে।

The economic war in itself can bring no solution therefore finance capital groups through their respective countries set up tarrif barriers against their rivals , fix quotas on imports try to arrange. Preferential trading agreements with other countries strive extend the territory within which they exercise their monopoly and arm for the war is which victory will bring them at least a temporary superiority over their rivals. সেয়ে আমি ক'ব পাৰোঁ যে সাধাৰণভাৱে যুদ্ধ বা বৃহৎ শক্তিৰ মাজৰ যুদ্ধ হৈছে একো একোখন দেশৰ লগ্নী পুঁজি গোষ্ঠীসমূহৰ হাতত সম্পদ আৰু পুঁজি কেন্দ্ৰীভূত হোৱাৰ পৰিণতি। নক'লেও হ'ব যে উৎপাদন আৰু পুঁজিৰ কেন্দ্ৰীভূতকৰণ যিটো এটা সম্পূৰ্ণৰূপে অৰ্থনৈতিক প্ৰক্ৰিয়া— এই প্ৰক্ৰিয়াৰ মাজতে নিহিত আছে যুদ্ধৰ প্ৰধান উৎস।

আমি এতিয়া সাম্ৰাজ্যবাদী স্তৰত শ্ৰমিক আৰু ঔপনিৱেশিক জনগণৰ ওপৰত চলা অৰ্থনৈতিক শোষণৰ আচল ক্ৰিয়া-কলাপৰ প্ৰৱণতাসমূহৰ বিষয়ে আলোচনা কৰিম। সাম্ৰাজ্যবাদী গোষ্ঠীসমূহৰ মাজত চলা প্ৰতিযোগিতামূলক সংগ্ৰামখনে জনসাধাৰণৰ অৱস্থা কাহিল কৰি পেলায়। Technical rationalisation-labour saving machinery bring with it intense speeding up wages are forced down to reduce costs and win or keep markets. The big monopoly concern reduce the prices they pay for agricultural products. Social services are cut down in order to save money for arms and other war preparations . Economic crises is depended and more prolonged আনহাতে "The conquest and capitalist penatration of colonial countries break-up the old form of production and destroy the basis on which large numbers of the people lived. Competition from Gancashire mills destroyed the livlihood of the Indian handloom workers , driving them back to agriculture and increasing the pressure on the land. In the imperialist stage the pressure on the whole people is increaserd by taxation to meet the interest on loans and to maintain the apparatus of imperial rule both civil and military. As a request of this double pressures on the land and the forcing down of prices of colonial products by the big monopolies , poverty and liberal stavation provide the basis of constant peasant struggles . In the town industrial production is carried on under appaling conditions working class is organisation is hampered and where possible suppressed . The middle class specially the intelligention feels the restrictive bends of imperial rules . The rising capitalist see their development restricted."

এনেকৈয়ে প্ৰত্যেকখন ঔপনিৱেশিক দেশতে সকলো স্তৰৰ জনসাধাৰণৰ মাজত স্বাধীনতা আন্দোলনৰ চৰ্তসমূহ সৃষ্টি হৈছিল আৰু সাম্ৰাজ্যবাদৰ যুঁৱলিৰ পৰা নিজকে মুক্ত কৰাৰ আৰু পৰাধীনতাৰ শৃংখল ছিঙি পেলোৱাৰ দুৰ্বাৰ হেঁপাহ জাগ্ৰত হৈছিল।

সাম্ৰাজ্যবাদৰ অৰ্থনৈতিক যুগত অৰ্থনৈতিক বিকাশে শ্ৰমিক আন্দোলনৰ ওপৰত পেলোৱা আন এটা গুৰুত্বপূৰ্ণ নেতিবাচত প্ৰভাৱৰ বিষয়ে লেনিনে উল্লেখ কৰিছে। সেইটো হৈছে সাম্ৰজ্যবাদী দেশৰ শ্ৰমিক শ্ৰেণীৰ এটা অংশই সংশ্লিষ্ট দেশখনৰ পুঁজিপতি শ্ৰেণীৰ স্বাৰ্থৰ লগত নিজৰ স্বাৰ্থক সাঙোৰ খুৱাই পেলাইছিল। যাৰ ফলত আন্তৰ্জাতিক স্তৰত শ্ৰমিক আন্দোলনৰ মাজত এটা সুবিধাবাদী ধাৰা গঢ় লৈ উঠিছিল। সাম্ৰাজ্যবাদী যুদ্ধৰ সময়ছোৱাত খুব স্বাভাৱিকভাৱেই এই সুবিধাবাদী ধাৰাটোৱে নিজ নিজ দেশৰ একচেটীয়া পুঁজিপতি গোষ্ঠীৰ পিছফালে থিয় দিছিল। যাৰ বাবেই প্ৰথম বিশ্বযুদ্ধ (১৯১৪-১৯১৮) ৰ পাছত আন্তৰ্জাতিক কমিউনিষ্ট আন্দোলনক নতুনকৈ পুনৰ গঠন কৰাৰ প্ৰয়োজন আহি

পৰিছিল আৰু লেনিনেই এই কৰ্তব্য সমাপন কৰিছিল। লেনিনে দেখুৱাইছিল যে সাম্ৰাজ্যবাদী দেশবোৰে উপনিৱেশসমূহৰ তেনেই অনুন্ত উৎপাদন ব্যৱস্থাৰ সুযোগ লৈ সেই দেশসমূহৰ জনগণক শোষণ কৰি গড় লাভতকৈ প্ৰচুৰ লাভ (Profit above the average) কৰিবলৈ সক্ষম হৈছিল। এইটো সম্ভৱ হোৱাৰ এটা আংশিক কাৰণ আছিল উপনিৱেশ দেশসমূহৰ জনগণৰ জীৱন ধাৰণৰ মানদণ্ড হোৱাৰ বাবে যিসকলৰ উৎপাদন পদ্ধতি আছিল আদিম ধৰণৰ। সাম্ৰাজ্যবাদী দেশসমূহে প্ৰচুৰ লাভ কৰিবলৈ সমৰ্থ হোৱাৰ আন এটা কাৰণ আছিল পুঁজিপতি গোষ্ঠী তথা নিৰ্দয় শাসক শ্ৰেণীটোৱে এই দেশৰ জনসাধাৰণক ভয়াৱহ শোষণ-পীড়ণ মানি ল'বলৈ বাধ্য কৰিছিল। আন এটা কাৰণ আছিল যে কল-কাৰখানাৰ উৎপাদিত সামগ্ৰী বহু উচ্চ হাৰত হস্তশিল্পত উৎপাদিত সামগ্ৰীৰ লগত বিনিময় কৰা হৈছিল— This doesnot refer to money , but to the actual goods , it will be remebered that the exchange value of any product is determined by the average socially necessary labour involved in its production . The socially necessary labour time say in Britain, to produce are yard of cloth with machinery might be only one tenth or tweerticth of time taken to produce one yard of cloth on a handloom. But when machinery made cloth enters India, it exchanges against the value of one yard of Indian cloth is in other words it exchanges in India at very much above its value in Britain. By the time raw materials or other Indian Products equal to the higher value are brought back to Britain and sold , there is a much higher profit than if the one yard cloth had been sold in Britain. Even where the type of .................is the same , different levels of skill product their effect and result in an extra profit . This extra profit , of course, applies to all transaction of this kind , not only to cloth , with the result that enormous fortunes are made by the finance capital groups. Such immense fortunes as the Enermane 4x107 and the yull 2x107 & come largle from the extra profit.

এই অতিৰিক্ত প্ৰচুৰ লাভৰ পৰিঘটনাই আন্তৰ্জাতিক শ্ৰমিক আন্দোলনত এক নেতিবাচক প্ৰভাৱ পেলাইছিল। মাৰ্ক্সে আগতেই দেখুৱাইছিল যে বিশ্বৰ বজাৰত কাৰখানৰ উৎপাদিত সামগ্ৰী বিক্ৰীৰ ক্ষেত্ৰত বৃটেইনৰ পুঁজিপতি শ্ৰেণী অগ্ৰণী আছিল আৰু সেয়ে তেওঁলোকে লাভ কৰা অতিৰিক্ত লাভৰ এটা অংশ নিজ দেশৰ শ্ৰমিক শ্ৰেণী বিশেষকৈ দক্ষ শ্ৰমিকসকলক দিবলৈ সক্ষম হৈছিল। এনেকৈয়ে বৃটেইনৰ ইঞ্জিনীয়াৰ আৰু বস্ত্ৰশিল্পৰ শ্ৰমিকসকলে পৃথিৱীৰ আন দেশৰ শ্ৰমিকৰ তুলনাত উচ্চমান সন্তোষে জীৱন নিৰ্বাহ কৰিবলৈ সক্ষম হৈছিল। যাৰ ফলত এই শ্ৰমিক শ্ৰেণীটোৰ স্বাৰ্থ ঔপনিৱেশিক দেশৰ পুঁজিপতি শ্ৰেণীৰ স্বাৰ্থৰ লগত সাঙোৰ খাই পৰিছিল। লেনিনে দেখুৱাইছিল সাম্ৰাজ্যবাদী স্তৰ পোৱা প্ৰতিখন উন্নত পুঁজিবাদী দেশত এই পৰিঘটনা সংঘটিত হৈছিল আৰু তুলনামূলকভাৱে এচাম অভিজাত শ্ৰমিক শ্ৰেণী আৰু তেওঁলোকৰ নেতাসকল সুবিধাবাদী অংশলৈ অধঃপতিত হৈছিল। তেওঁলোকৰ নিজৰ সা-সুবিধাৰ বাবে বৃহত্তৰ শ্ৰমিক শ্ৰেণীৰ স্বাৰ্থলৈ পিঠি দিছিল আৰু নিজৰ ভাগ্য সংশ্লিষ্ট দেশসমূহৰ লগ্নীপুঁজিৰ সৈতে সাঙোৰ খুৱাই পেলাইছিল। আনকি সাম্ৰাজ্যবাদী নীতিক সমৰ্থন কৰিছিল আৰু যুদ্ধত নিজ দেশৰ পুঁজিপতি শাসক গোষ্ঠীৰ সমৰ্থনত থিয় হৈছিল। আন্তৰ্জাতিক শ্ৰমিক আন্দোলনত দেখা দিয়া এই সুবিধাবাদী ধাৰাৰ বিৰুদ্ধে লেনিনে দৃঢ়তাৰে সংগ্ৰাম কৰিছিল আৰু লেনিনৰ নেতৃত্বত ৰাছিয়াৰ শ্ৰমিক শ্ৰেণীয়ে প্ৰথম বিশ্বযুদ্ধত লগ্নী পুঁজিৰ গোষ্ঠীক সমৰ্থন কৰাৰ পৰা বিৰত আছিল।

সাম্ৰাজ্যবাদৰ যুগত মাৰ্ক্স আৰু লেনিনে আগবঢ়োৱা বিশ্লেষণ আৰু ইয়াৰ ৰাজনৈতিক তথা সামাজিক তাৎপৰ্য সম্পৰ্কে আমি আলোচনা কৰিলোঁ। প্ৰথম বিশ্বযুদ্ধৰ পাছত দ্বিতীয় বিশ্বযুদ্ধলৈকে, দ্বিতীয় বিশ্বযুদ্ধৰ পৰা শীতল যুদ্ধৰ অৱসানলৈকে আৰু শীতল যুদ্ধৰ অৱসানৰ পৰা বৰ্তমান সময়লৈকে বিশ্বত হোৱা অৰ্থনৈতিক পৰিৱৰ্তন আৰু বিশিষ্টতাসমূহৰ বিষয়ে মাৰ্ক্সীয় দৃষ্টিভংগীৰ আলোকত আলোচনা কৰাৰ যথেষ্ট অৱকাশ আছে।। এইখিনিতে আমি উল্লেখ কৰিম যে প্ৰথম বিশ্বযুদ্ধৰ পাছত বা লেনিনৰ মৃত্যুৰ পাছত চীন বিপ্লৱৰ চেয়াৰমেন মাও-চে-টুঙে মাৰ্ক্সবাদৰ বিপ্লৱী মৰ্মক খামুচি ধৰি লেনিন পৰৱৰ্তী অৰ্থনৈতিক তথা ৰাজনৈতিক বিকাশসমূহৰ এক মাৰ্ক্সবাদী বিশ্লেষণ কৰিবলৈ সক্ষম হৈছিল।



### পূৰৱী বৰমুদৈৰ

# "পৰম পূজনীয়"ত

## নাৰী মনস্তত্ত্বৰ প্ৰতিফলন

**পঞ্চানন হাজৰিকা**

সাহিত্য অকাডেমী বঁটা বিজয়ী যশস্বী লেখিকা পূৰৱী বৰমুদৈৰ উপন্যাস কৃতিসমূহৰ ভিতৰত অন্যতম উল্লেখনীয় এক সৃষ্টিকৰ্ম হৈছে— "পৰম পূজনীয়"। ২০০৩ চনত প্ৰকাশ হোৱা উপন্যাসখনে ইতিমধ্যে প্ৰকাশ কালৰ এটা দশক সম্পূৰ্ণ কৰিছে। নাৰী মনস্তত্ত্বৰ কেতবোৰ গোপন দিশত পোহৰ পেলাই জীৱন, প্ৰেম আৰু সম্পৰ্কক শুচিবায়ুগ্ৰস্ত আৱেষ্টনী একোটাৰ বাহিৰলৈ আনি অত্যন্ত আধুনিকতম আৰু মুক্ত দৃষ্টিভংগীৰে ব্যাখ্যা কৰাত দেখুওৱা সফলতা উপন্যাসখনত ঔপন্যাসিকাৰ মূল কৃতিত্ব।

"পৰম পূজনীয়"ৰ মূল তথা কেন্দ্ৰীয় চৰিত্ৰ হৈছে অদিতি। অদিতিৰ বয়স সাতচল্লিশ বছৰ। পেছাত অধ্যাপিকা, সুশ্ৰী, শিক্ষিত, ৰুচিৱান, অভিযন্তা স্বামী আৰু দুটি মেধাৱী প্ৰতিভাৱান সন্তানৰ সৈতে অদিতিৰ সুখী সাংসাৰিক জীৱনে চৌব্বিশটা বছৰ অতিক্ৰম কৰিছে। অদিতি এগৰাকী সুগৃহিনী, কৰ্ম সচেতন শিক্ষয়ত্ৰী, স্নেহশীলা মাতৃ, আদৰ্শ পত্নী, দায়িত্বশীলা বোৱাৰী আৰু সহকৰ্মী-সহৃদয়ী প্ৰতিৱেশী। সমাজ নামৰ জটিল আৰু বহুধাবিভক্ত ব্যৱস্থাটোত এনেকুৱা বিভিন্ন পৰিচয়ৰে পৰিচিত

আৰু পৰিচালিত 'অদিতি'ক আমি লগ পাওঁ অন্য এক উজ্জ্বল আৰু বিস্ময়কৰ ৰূপতো— সেয়া হৈছে প্ৰেয়সী বা প্ৰেমিকাৰ ৰূপত অদিতি। উপন্যাসখনৰ সমগ্ৰ কথাবস্তু চালিত হৈছে অদিতিৰ এই মহোত্তম প্ৰেমৰ মাজেৰে। অন্যাৰ্থত অদিতিৰ প্ৰেম "পৰম পূজনীয়"ৰ মূল চালিকা শক্তি, মূল উপজীৱ্য তথা কেন্দ্ৰীয় বিষয়টোৰ আলোচনা কৰোঁতেই পাঠকৰ মনলৈ অহা প্ৰথম প্ৰশ্নটো হৈছে— অদিতিৰ এই প্ৰেম কাৰ প্ৰতি ?

এই প্ৰশ্নটোতেই উপন্যাসখনৰ দ্বন্দ্ব, উপন্যাসখনৰ প্ৰাসংগিকতা, উপন্যাসখনৰ বক্তব্যৰ নেপথ্যৰ কথা আৰু সমাজলৈ লেখিকাই নিক্ষেপ কৰা কিছুমান উপেক্ষা কৰিব নোৱাৰা গোপনতম মনঃস্তাত্ত্বিক সত্য নিহিত হৈ আছে।

অদিতিৰ স্বামী অবিনাশ আৰু এজন প্ৰখ্যাত চিত্ৰশিল্পী পূৰ্ণেন্দু উপন্যাসখনৰ মুখ্য পুৰুষ চৰিত্ৰ। দুয়োটা চৰিত্ৰই পাঠকৰ মাজলৈ আহিছে অদিতিৰ অনুভৱ-উপলব্ধি তথা অদিতিৰ মানসিক অন্তঃস্ৰোতৰ বৰ্ণনাৰ মাজেৰে। সুদীৰ্ঘ দিনৰ প্ৰেমৰ অন্তত অদিতি-অবিনাশৰ বিবাহ হৈছে। দাম্পত্য জীৱনত তেওঁলোকৰ মাজত সামান্য সমস্যাও বা মতানৈক্য-দ্বন্দ্ব হোৱাৰ কথা আমি উপন্যাসখনত নাপাওঁ।

তাৰ বিপৰীতে তেওঁলোকে পাৰস্পৰিক নিৰ্ভৰশীলতাৰ মাজৰে এক প্ৰেমময়, মধুময় জীৱনহে অতিবাহিত কৰিছে। অবিনাশ কাষত থাকিলে অদিতিয়ে নিৰাপত্তা অনুভৱ কৰে, অবিনাশৰ হাতৰ মুঠিত হাত এৰি বা অবিনাশৰ বুকুত মূৰ থৈ অদিতিয়ে এক মানসিক প্ৰশান্তি অনুভৱ কৰে। অবিনাশৰ বাবেই অদিতিয়ে খোপাত ঋতুৰ ফুল পিন্ধে, বুকুত সুবাস ছটিয়াই লয়। একেদৰে অবিনাশো অদিতিৰ প্ৰতি যত্নশীল, অদিতিৰ সৌন্দৰ্যৰ তীব্ৰ অনুৰাগী তথা অদিতিৰ প্ৰতি এতিয়াও প্ৰচণ্ডভাৱে আকৰ্ষিত। বিয়াৰ চৌব্বিশ বছৰৰ পিছতো তেওঁলোকে পৰস্পৰৰ স্পৰ্শৰ মাদকতা উপলব্ধি কৰে। তেওঁলোকৰ মাজত নাৰী-পুৰুষৰ চিৰন্তন আৰু স্বাভাৱিক, তৃপ্তিদায়ক শাৰীৰিক মিলনো সম্ভৱ হয়। দুয়োজনে নিৰ্ভয়ে আৰু নিঃসংকোচে নিজৰ মনৰ খবৰ আদান-প্ৰদান কৰে— যাৰ মাজৰে কেৱল পতি-পত্নীৰ প্ৰাত্যহিক সম্পৰ্ক একোটাই নহয়, তেওঁলোকৰ মাজত বন্ধুত্বসুলভ, আন্তৰিক সম্পৰ্ক এটা থকা বুলিও আমি পতিয়ন যাওঁ।

অদিতি-অবিনাশৰ দুই সন্তান বাপন-বাবলী উচ্চশিক্ষাৰ খাতিৰত দূৰত থাকে। পিতৃ-মাতৃৰ স্বাভাৱিক চিন্তাগ্ৰস্ততা আৰু দায়বদ্ধতাৰ বাহিৰে ই তেওঁলোকৰ দাম্পত্য জীৱনৰ মসৃণতাত কোনো প্ৰভাৱ পেলোৱা নাই।

এনে এখন পৰিপূৰ্ণ সুখী সংসাৰৰ গৰাকীনি হৈয়ো অদিতি ভোগে এক অনামী অপ্ৰাপ্তি আৰু শূন্যতাত। নাৰীয়ে জীৱনৰ পৰা কি বিচাৰে— সেই উত্তৰ খুব সহজ আৰু স্বচ্ছ নহয়। অৱশ্যে এইটোও সঁচা যে অদিতি সম্পূৰ্ণ নাৰী সমাজৰ প্ৰতিনিধিও নহয়। মনস্তাত্ত্বিক দিশৰ পৰা অদিতি অনন্য, একক ব্যতিক্ৰমী নাৰী। অদিতি অত্যন্ত আৱেগিক আৰু অন্তৰ্মুখী। অদিতি তীব্ৰ সংবেদনশীল আৰু নিৰ্জনতাপ্ৰিয়। আকাশ-জোনাকৰ লগত অন্তৰংগতা অনুভৱ কৰা অদিতিৰ প্ৰিয় ঋতু বৰ্ষা। অদিতিয়ে নদী ভাল পায়, অদিতিৰ নিজাকৈ এজোপা গছ, নিজৰ এপাহ প্ৰিয় ফুল, এটা প্ৰিয় ৰং আছে। উপৰুৱা দৃষ্টিত অদিতি এক প্ৰাচুৰ্যশালী নাৰী হ'লেও নিজৰ সংবেদনশীলতা আৰু অন্তৰ্মুখী স্বভাৱৰ বাবে অদিতিয়ে কেতিয়াবা নিজৰ মাজত এক শূন্যতা অনুভৱ কৰে আৰু সেই শূন্যতাৰ মাজেৰে অদিতিয়ে প্ৰোজ্জ্বল প্ৰেমৰো সন্ধান কৰে।

অদিতি প্ৰেমত পৰে চিত্ৰশিল্পী পূৰ্ণেন্দুৰ। পূৰ্ণেন্দু উজ্জ্বল-আকৰ্ষণীয় প্ৰাজ্ঞ ব্যক্তিত্বৰ এক বৰ্ষীয়ান পুৰুষ। এখন চিত্ৰ প্ৰদৰ্শনীত তেওঁলোকৰ চিনাকি আৰু তাৰ পৰৱৰ্তী সময়ত সেই চিনাকিয়ে এক সুসম্পৰ্কৰ ৰূপ লয়। তেওঁলোকে আন্তৰিকতাৰে টেলিফনিক বাৰ্তালাপ কৰে আৰু পূৰ্ণেন্দুয়ে প্ৰায়ে অদিতিক তেওঁলৈ এখন চিঠি লিখিবলৈ অনুৰোধ কৰে। চিঠি লিখিবলৈ অদিতিয়ে কাগজ-কলম যতনাই লয় অথচ প্ৰথমটো বাক্য "পৰম পূজনীয়"ৰ পিছত আৰু চিঠিখন আগনাবাঢ়ে। তাৰ বিপৰীতে চিঠিখন লিখিবলৈ লৈ আৰম্ভ হয় অদিতি নামৰ এজনী পৰিপক্ক নাৰীৰ চিন্তা-চেতনা-আদৰ্শৰ দ্বন্দ্ব-অন্তৰ্দ্বন্দ্ব। অদিতি আৰু পূৰ্ণেন্দুৰ বন্ধুত্বপূৰ্ণ সম্পৰ্কটোৰ বিষয়ে অবিনাশ যিদৰে জ্ঞাত, সেইদৰে নিজৰ উদাৰ, সহজ আৰু মুকলি মনেৰে তেওঁলোকৰ সম্পৰ্কটোৰ প্ৰতি অবিনাশ শ্ৰদ্ধাশীলো। তদুপৰি এসময়ত কবিতা লিখা আৰু এতিয়াও কবিতাৰ অনুৰাগী অবিনাশ নিজেও শিল্পী পূৰ্ণেন্দুৰ গুণমুগ্ধ। শিল্পী পূৰ্ণেন্দুৰ প্ৰতি সফল পত্নী আৰু মাতৃ অদিতিৰ যি অনুৰাগ আৰু আকৰ্ষণ সি এক বিমুগ্ধ শ্ৰদ্ধাৰ পৰা উৎপন্ন হোৱা এক প্ৰকাৰৰ আত্মিক উপলব্ধি। তথাপিও অদিতি সামাজিক সংস্কাৰ আৰু মানসিক

প্ৰয়োজনৰ মাজত হোৱা সেই জটিল দ্বন্দ্বৰ পৰা মুক্ত হ'ব পৰা নাই।

অদিতিহঁতৰ চহৰখনলৈ চিত্ৰ প্ৰদৰ্শনী এখনৰ কামত অহা পূৰ্ণেন্দু অবিনাশৰ আগ্ৰহতে অদিতিৰ সংসাৰখনত এৰাতিৰ অতিথি হয়। অথচ কাকতালীয়ভাৱে অবিনাশ সেই সময়ত চাকৰি সংক্ৰান্তীয় কামত দূৰলৈ যাবলগীয়া হয়। পূৰ্ণেন্দুক আতিথ্য আৰু আপ্যায়ান আগবঢ়োৱাত সুগৃহিনী অদিতিয়ে অলপো ত্ৰুটি নাৰাখে। তাইৰ ইমান দিনৰ পূজ্য, প্ৰেমিক মানুহজনক সন্মুখত পাই অদিতি অত্যন্ত আৱেগিক হৈ পৰে। সেইদিনা আছিল অদিতিৰ প্ৰিয় বৰষুণৰ ৰাতি। অৱলীলাক্ৰমে সেই ৰাতিয়ে অ'তদিনৰ আত্মাৰ হেঁপাহ আৰু অনামী আকৰ্ষণক অতিক্ৰম কৰি অদিতি-পূৰ্ণেন্দুৱে পৰস্পৰৰ শাৰীৰিক সান্নিধ্য লাভ কৰে।

এইখিনিতে আৰম্ভ হৈছে অদিতিৰ অন্য কিছুমান মানসিক দ্বন্দ্ব। অদিতিৰ এই দ্বন্দ্বৰ মাজেৰেই ঔপন্যাসিকাই উত্থাপন কৰিছে এনে কেতবোৰ বিতৰ্কিত অথচ প্ৰাসংগিক প্ৰশ্ন—

"এজন মানুহক সম্পূৰ্ণৰূপে ভাল পাই অইন এজন মানুহক ভাল পাব পাৰি নে নোৱাৰি?" (পৃষ্ঠা-৩৯)

"শৰীৰ আৰু প্ৰেমৰ কিবা সম্পৰ্ক আছে নে নাই। প্ৰেমক শৰীৰৰ দৰে ঠেক পৰিসৰৰ মাজত আবদ্ধ কৰি ৰাখিব পাৰিনে?" (পৃষ্ঠা-৩৩)

"বুকুত ছটিয়াই লোৱা চন্দন গুৰিৰ সুবাস এদিন তাই পূৰ্ণেন্দুক উপহাৰ দিছিল। তাৰ পাছৰ পৰা কোনো দিন তাই চন্দনৰ গুড়ি বুকুত লোৱা নাই। পাওঁকচোন আকুল মানুহটোৱে তাইৰ বুকুৰ এটা নিজস্ব সুবাস। তাইৰ ক্ষতি কি? অবিনাশৰনো ক্ষতি ক'ত? অবিনাশ জানো তাইৰ শৰীৰ ৰক্ষী চকীদাৰ?" (পৃষ্ঠা-৮৩)

এনে দ্বন্দ্ব আৰু বিভ্ৰান্ত মানসিক অৱস্থাৰ মাজেৰে সময় পাৰ হওঁতে অদিতিয়ে মুখামুখি হৈছে— তিনিটা ল'ৰাৰ মাক, প্ৰতিবেশী প্ৰণতিৰ এজন কম বয়সীয়া যুৱকৰ লগত থকা অবৈধ সম্পৰ্ক, অন্য এজন বয়স্ক-বিপত্নীক পুৰুষৰ প্ৰেম কাহিনী আৰু প্ৰতিবেশী যুৱতী সম্বন্ধীয় যুৱতী অনিন্দিতাৰ ৰহস্যজনক আত্মহত্যাৰ দৰে ঘটনাৰ লগত। চৌপাশৰ এই ঘটনাসমূহে অদিতিৰ সংবেদনশালী মনটোক আত্মবিশ্লেষণৰ আৰু আত্মানুসন্ধানৰ সুযোগ দিছে। প্ৰেমনো কি, জীৱননো কি, তাইৰ আৰু পূৰ্ণেন্দুৰ সম্পৰ্কটোৰ নামনো কি— সেই বিষয়ে অদিতিয়ে নতুনকৈ ভাবিবলৈ শিকিছে।

অদিতি জটিল মানসিক বিন্যাসৰ নাৰী। আৱলীলাক্ৰমেই হওঁক বা অন্য কাৰণতেই হওঁক এদিন তাইৰ বুকুৰ চন্দনৰ সুবাস তাই পূৰ্ণেন্দুক যাঁচিছিল। পিছৰবাৰ পূৰ্ণেন্দু বহুদিনৰ মূৰত পুনৰ অদিতিৰ চহৰখনলৈ আহিছে, অদিতিক আঁকিবৰ বাবে লক্ষ্মী পূৰ্ণিমাৰ জোনাক নিশা পূৰ্ণেন্দুৱে হাতত তুলিকা তুলি লৈছে আৰু সেই নিশাও ঘটনাৰ পাকচক্ৰত পৰি অবিনাশ ঘৰৰ পৰা দূৰত থাকিব লগা হৈছে। সেই নিশা পূৰ্ণেন্দুৰ সন্মুখত নিৰাভৰণ বুকুৰে থিয় হওঁতেও এক অনিৰ্বচনীয় আনন্দই অদিতিক আলোড়িত কৰিছে আৰু অদিতিয়ে অপ্ৰেমৰ জগতৰ পৰা পৃথিৱীৰ সমস্ত শুভ শক্তিৰ মূল প্ৰেমৰ জগতলৈ যাত্ৰা কৰিছে। পিছদিনা পুৱা অদিতিয়ে পূৰ্ণেন্দুৰ কাষত ঘনিষ্ঠভাৱে থিয় হওঁতে পূৰ্ণেন্দুৰ চশমাৰ কাঁচত তাইৰ চকু দুটা প্ৰতিফলিত হোৱা দেখিছে। চিকাৰীৰ চকুৰ দৰে সেই চকু জ্বলিছে। অদিতিয়ে বুজিছে সেয়া লালসা, সেয়া প্ৰেম নহয়।

এটা সময়ত নিজৰ মানসিক শক্তিৰ কৰ্ষণৰ মাজেৰে অদিতি আৰু পূৰ্ণেন্দুৱে সেই লালসাক জয় কৰিছে। ঔপন্যাসিকাৰ ভাষাত দুয়োজনে দুয়োজনক 'ভূপতিত' হোৱাৰ পৰা ৰক্ষা কৰিছে।

উপন্যাসখনৰ উপসংহাৰ অংশত লেখিকাই গোটেই ঘটনাবিন্যাসৰ নেপথ্য দিশবোৰ উন্মোচন কৰোঁতে এটা কথাত গুৰুত্ব দিছে যে উপন্যাসে জীৱনক নহয়, জীৱনেহে উপন্যাসক অনুকৰণ কৰে।

সকলোৰে ঊৰ্ধত বিশিষ্ট মানৱীয় প্ৰমূল্য 'প্ৰেম'ক উপস্থাপন কৰিবলৈ যাওঁতে কাহিনীকাৰে এটা কথা শেষত পৰিষ্কাৰ কৰিছে যে— অদিতিয়ে এটা সপোনহে দেখিছিল। তাই নিজৰ চকুত যি লালসা দেখিছিল— সেয়া এটা সপোনহে। তাৰ পাছতো অদিতিয়ে অবিনাশক পূৰ্ণেন্দু সন্দৰ্ভত নিঃসংকোচে কৈছে—

"তোমাক মিছা নকওঁ। ছাৰৰ প্ৰতি মই আজিও অনুৰক্ত। তেখেতক মই বৰ ভাল পাওঁ। তেখেতক মই শ্ৰদ্ধাও কৰোঁ। মই জানো, এইজনেই সেইজন মানুহ— যাৰ হাতত প্ৰেম বৰ নিৰাপদ।" (পৃষ্ঠা-১৩৪)

ঔপন্যাসিকাই পুনৰ কাহিনীৰ পুনৰাবৃত্তি কৰিছে আৰু পাঠকৰ মনত হ'ব পৰা কেতবোৰ প্ৰশ্নৰ উত্তৰ হিচাপে পূৰ্ণেন্দুৰ চকুত লালসা দেখুৱাই তাৰ পৰিণতি আগবঢ়াইছে। পূৰ্ণেন্দুৰ চকুত লালসা দেখি অদিতিয়ে কৈছে—

"আপুনি সুস্থিৰ হওঁক ছাৰ আৰু এটা অৰধাৰিত ঘটনাক জয় কৰক। মাটিলৈ নানামিব। আপুনি আকাশৰো বহুত ওপৰত থকা মানুহ।" (পৃষ্ঠা-১৩৪)

প্ৰেমৰ বাবে শৰীৰ একান্তই প্ৰয়োজনীয়নে? অদিতি-পূৰ্ণেন্দুৰ মহাজীৱনৰ মাৰ্গ দৰ্শন কৰোঁৱা প্ৰেমত শৰীৰক অস্বীকাৰ কৰা ইমানেই অসম্ভৱ আছিল নে? এই দিশত ঔপন্যাসিকে পুনৰ যুক্তি দিছে এনেদৰে—

"যিহেতু শৰীৰ বাদ দি কোনো প্ৰেমেই সম্ভৱপৰ নহয়, (ইয়াত কাহিনীকাৰে উদাহৰণ হিচাপে মাতৃ আৰু সন্তানৰ প্ৰেমৰ কথা ক'ব খোজে। মাতৃৰ শৰীৰ চুই থাকিয়েই ভ্ৰূণ এটা পৰিপূৰ্ণ মানুহ হয়।) সেয়ে আধাৰ হিচাপে কাহিনীকাৰে পূৰ্ণেন্দু আৰু অদিতিৰ শাৰীৰিক নিবিড়তাৰ বৰ্ণনা এটাও দিছিল। অদিতি শিল্পী অথবা সাহিত্যিক নহয়। তাইৰ প্ৰেমৰ ধাৰণাক মূৰ্তৰূপ দিবৰ বাবেই সেই শাৰীৰিক নিবিড়তা কাহিনীকাৰে প্ৰয়োজনীয় বুলি ভাবিছিল।" (পৃষ্ঠা-১৩৫)

উপন্যাসখনৰ চৰিত্ৰসমূহৰ মনস্তাত্ত্বিক বিচিত্ৰতাই সমগ্ৰ কহিনীটোকে ন্যায্যতা প্ৰাপ্তিত সহায় কৰিছে। সেই বাবেই উপন্যাস পঠনৰ সময়ছোৱাত হয়তো পাঠকৰ মনলৈ অদিতিৰ প্ৰেম বৈধ নে অবৈধ— সেই প্ৰশ্ন নাহে। বৰঞ্চ অদিতিৰ মাজেৰে গৈ পাঠকে এখন এখনকৈ আত্ম-আৱিষ্কাৰৰহে খিৰিকী খোলে। প্ৰেমত স্পৰ্শৰ গুৰুত্ব কিমান? প্ৰেমত শৰীৰৰ গুৰুত্ব কিমান? প্ৰেম কিমান দূৰলৈকে লৌকিক? কিমান পৰ্যায়লৈকে অতিলৌকিক? বিশ্বাস কি? য'ত প্ৰমাণ বিচৰা যায়, তাত বিশ্বাস থাকেনে? আৰু য'ত বিশ্বাসেই নাই তাত ভালপোৱা ক'ত থাকে? সৌন্দৰ্যক কেনেকৈ উপলব্ধি কৰা হয়? সকলো প্ৰাচুৰ্য আৰু পৰিপূৰ্ণতাৰ মাজতো মানুহ নিঃসংগ হয় কিয়? চিকিৎসা বিজ্ঞানে কোৱাৰ দৰে, এগৰাকী পঞ্চাশ চুবলৈ যোৱা নাৰীৰ স্বাভাৱিক শাৰীৰিক আৰু মানসিক পৰিৱৰ্তনৰ বাবে অদিতি প্ৰেম-অপ্ৰেমৰ এনে যন্ত্ৰণাময় বিভ্ৰান্তিত ভুগিছে নে সকলো সংবেদনশীল মানুহেই এই দ্বিধা-দ্বন্দ্ব-অস্থিৰতা নিজৰ মাজত কঢ়িয়াই ফুৰে? নাৰীয়ে প্ৰিয় পুৰুষৰ মাজত সঁচাকৈয়ে পিতৃত্বৰ ছাঁ বিচাৰি ফুৰে নেকি? পুত্ৰ সন্তান মাকৰ প্ৰতি আৰু কন্যা সন্তান পিতাকৰ প্ৰতি অধিক আকৰ্ষিত হোৱাটো কিমান দূৰলৈকে মনস্তাত্ত্বিক সত্য?

সাৰ্থক প্ৰেমৰ উপন্যাস— "পৰম পূজনীয়"ত লেখিকাই কাব্যময় ভাষা আৰু পৰীক্ষামূলক বৰ্ণনা ৰীতিৰে এনে প্ৰশ্নবোৰকে আলোচনা কৰিছে। উপন্যাসখন পঠনৰ অন্তত সকলো পাঠকৰ মনলৈ আহিব কাহিনীকাৰে দাবী কৰা সেই বিশেষ কথাষাৰ—

"এনে ঘটনা কোনোবাই জীৱনকালত লগ পাইছেনে নাই তেওঁ নাজানে। তেওঁ কল্পনা কৰিহে লিখিছে। সেয়ে কাহিনীটো বৰ্তমান সত্য নহয় যদিও এসময়ত ই সত্য হ'বলৈ বাধ্য। কাৰণ, জীৱনে সদায় উপন্যাসক অনুকৰণ কৰে, উপন্যাসে জীৱনক অনুকৰণ নকৰে বুলি তেওঁ বিশ্বাস কৰে।"

# অমূল্য বৰুৱাৰ কবিতাত প্ৰগতিবাদী চিন্তা

**ক্ষীৰোদ দাস**

**জয়ন্তী যুগৰ প্ৰতিভাবান কবি অমূল্য বৰুৱাৰ কয়লা, বিপ্লৱী, কুকুৰ, বেশ্যা আদি কবিতা বিশ্লেষণ কৰি দেখা যায় তেওঁৰ কবিতাৰ মাজেৰে মাৰ্ক্সীয় সাম্যবাদী আদৰ্শৰ প্ৰতিফলন ঘটিছে। তেওঁ সমাজৰ শোষিত, সৰ্বহাৰা শ্ৰেণীৰ মুক্তিৰ কামনা কৰি এখন সুস্থ সমাজ গঢ়ি তোলাৰ কামনাৰে জনসাধাৰণক জাগ্ৰত কৰি তুলিবলৈ কবিতা ৰচনা কৰিছে।**



অসমীয়া সমাজত জোনাকী যুগৰ ৰোমাণ্টিক ভাৱ বিলাসৰ অৱসান ঘটাই চল্লিশৰ দশকত প্ৰগতিবাদী চিন্তাধাৰাই মূৰ দাঙি উঠিল। ১৯৪৩ চনত নব্য ৰূপত প্ৰকাশ পোৱা (১৯৩৮ চনৰ জানুৱাৰী মাহত প্ৰতিষ্ঠা হোৱা) জয়ন্তীয়ে অসমীয়া সাহিত্যলৈ আদৰি আনিলে সমাজতান্ত্ৰিক চেতনাৰ প্ৰগতি সাহিত্যৰ ধাৰা। ১৯৩৯ চনটো মানৱ সভ্যতাৰ ইতিহাসত আধুনিক সভ্যতাৰ গতিপথ সলনি কৰি দিয়া এটা বছৰ। বিজ্ঞানৰ মহান আৱিষ্কাৰক মানৱ সভ্যতাৰ ধ্বংসৰ কামত ব্যৱহাৰ কৰা এই বছৰটোতে আৰম্ভ হৈছিল দ্বিতীয় মহাযুদ্ধৰ। ইয়াৰ ফলতেই শিল্পী সাহিত্যিক সকলৰ চিন্তা চৰ্চাৰো পৰিৱৰ্তন ঘটিলে। ব্যক্তিকেন্দ্ৰিকতা, শিথিল শব্দবিলাসী ৰীতি পৰিহাৰ কৰি যুদ্ধোত্তৰ যুগৰ কবিসকলে সমাজবাদী প্ৰগতিশীল চিন্তাধাৰক তেওঁলোকৰ কবিতাৰ মাজেৰে দাঙি ধৰিলে।[১] দ্বিতীয় বিশ্বযুদ্ধই অসমত সাম্প্ৰদায়িক সংঘৰ্ষ, অৰ্থনৈতিক বিপৰ্যয়, ৰাজনৈতিক অস্থিৰতা আদি নানা সমস্যাৰ সৃষ্টি কৰি জনসাধাৰণক বিব্ৰত কৰি তুলিছিল। সেয়ে সামাজিক মূল্যবোধৰ প্ৰতিষ্ঠাৰ হেতু কবিসকলে তেওঁলোকৰ কবিতাত ৰোমাণ্টিক প্ৰেম বিলাসক আশ্ৰয় দিয়াৰ পৰিৱৰ্তে দাঙি ধৰিলে সেই সময়ৰ বাস্তৱ সমাজত

প্ৰতিফলিত সমস্যা জৰ্জৰিত সমাজৰ ছবি। তেওঁলোকৰ কবিতাত দেখা গ'ল বিভিন্ন সসম্যা, শোষণ, বুৰ্জোৱা সমাজৰ তথাকথিত অভিজাত্য, সমাজৰ অৱক্ষয়ৰ বিভীষিকাৰ চিত্ৰ। অমূল্য বৰুৱা, ভৱানন্দ দত্ত, অজিত বৰুৱা, চক্ৰেশ্বৰ ভট্টচাৰ্য, ধীৰেন্দ্ৰনাথ দত্ত, হেম বৰুৱা আদি কবিয়ে অসমীয়া ৰোমাণ্টিক কবিতাৰ বিৰুদ্ধে সচেতনভাৱে বিদ্ৰোহ ঘোষণা কৰি অসমীয়া কবিতাত প্ৰগতিবাদী চিন্তা আৰু জনগণৰ মুক্তিৰ কামনাক প্ৰকাশ কৰি নতুন বামপন্থী আশাবাদৰ সূচনা কৰিলে। ৰোমাণ্টিচিজিমৰ ঠাইত বুদ্ধিজীৱী আৰু সাম্যবাদী ভাৱধাৰাই অসমীয়া কবিতাত আসন লৈ বহিল।[২]

প্ৰগতিবাদী কবিতা ৰচনাত অমূল্য বৰুৱা আছিল আগৰণুৱা। ১৮২২ চনত যোৰহাটত জন্ম গ্ৰহণ কৰা কবি অমূল্য বৰুৱাই উচ্চ শিক্ষাৰ হেতু কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত নামভৰ্ত্তি কৰিছিল। এইজন প্ৰতিভাৱান তৰুণ কবিয়ে ১৮৪৬ চনৰ ১৮ আগষ্টত কলিকতাৰ সাম্প্ৰদায়িক সংঘৰ্ষত অকাল মৃত্যুক আঁকোৱালি ল'ব লগা হয়। তেওঁৰ মৃত্যুৰ পিছত অধ্যাপক নন্দ তালুকদাৰৰ সম্পাদনাত তেওঁৰ কবিতাসমূহ 'অচিনা' নামৰ কাব্য গ্ৰন্থৰে প্ৰকাশ পায়। এই কাব্য গ্ৰন্থত প্ৰকাশ পোৱা বৰুৱাৰ প্ৰগতিবাদী কবিতাৰ সংখ্যা হ'ল আঠোটা। আমাৰ আলোচ্য কবিতা কেইটাও এই কাব্য গ্ৰন্থৰে অন্তৰ্ভুক্ত।

কবি অমূল্য বৰুৱাৰ কাব্যিক জীৱনলৈ লক্ষ্য কৰিলে দুটা স্তৰ পৰিলক্ষিত হয়। প্ৰথম স্তৰত অৰ্থাৎ কবি জীৱনৰ আৰম্ভণিতে ৰোমাণ্টিক ভাৱবিলাসেৰে কবিতা লিখিবলৈ লৈছিল। এই শ্ৰেণীৰ কবিতা লিখাত গণেশ গগৈ, যতীন্দ্ৰ নাথ দুৱৰা, ৰত্নকান্ত বৰকাকতি আৰু ডিম্বেশ্বৰ নেওগ আদি কবি সকলৰ প্ৰভাৱ পৰিছিল। তেওঁলোকৰ কাব্য ৰীতিৰ আদৰ্শই বৰুৱাৰ কাব্য ৰীতিৰ আদৰ্শ হৈ ধৰা দিছিল। কাব্যিক জীৱনৰ দ্বিতীয় স্তৰত তেওঁ ৰোমাণ্টিক ভাৱ বিলাসক পৰিহাৰ কৰি কঠিন বাস্তৱৰ ভেটিত প্ৰগতিবাদী কবিতা ৰচনা কৰিবলৈ লয়। এই শ্ৰেণীৰ কবিতা ৰচনা কৰাত তেওঁৰ প্ৰিয় কবি টি. এচ. এলিয়ট, এজ্ৰা পাউণ্ড, বোডেলিয়াৰ আদি আধুনিক কবি সকলৰ প্ৰভাৱ পৰে। মহাদেশীয় বাস্তৱবাদী কবিসকলৰ কাব্যৰ চৰ্চা আৰু তেওঁৰ নিজৰ চাৰিওফালৰ সমাজখনত বাঢ়ি অহা বিবিধ সংঘাতে কবিক ৰোমাণ্টিকতাৰ পৰা বাস্তৱতালৈ উত্তৰণ কৰিবলৈ বাধ্য কৰালে।[৩]

সমাজ সচেতন তথা প্ৰগতিবাদী কবি অমূল্য বৰুৱাৰ 'কয়লা' নামৰ কবিতাটি প্ৰকাশ পায় ১৯৪৮ চনত আব্দুছ চাত্তাৰৰ সম্পাদনাত প্ৰকাশিত কটন কলেজৰ বাৰ্ষিক মুখপত্ৰ 'কটনিয়ান'ত। কবিতাটিত কবিয়ে কয়লা খনিৰ শোষিত শ্ৰমিকৰ দুৰ্দশাগ্ৰস্ত জীৱনৰ এখন ছবি দাঙি ধৰি তেওঁলোকৰ ক্ষোভেৰে ক্ষোভিত হৈ শ্ৰমিকক উচিত প্ৰাপ্য আদায়ৰ বাবে শোষণ কাৰীৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ সকীয়াই দিছে। কবিয়ে অনুভৱ কৰিছিল কয়লাখনিৰ প্ৰভুসকলৰ অন্যায় অবিচাৰে শ্ৰমিকৰ জীৱন যাত্ৰা অতি বিষময় কৰি তুলিছে তেওঁলোকে ভাবিছিল উচিত পৰিশ্ৰমৰ বাবে উচিত পাৰিশ্ৰমিক লাভ কৰি দুখীয়া সংসাৰত মানুহ হিচাপেই জীৱন-যাপন কৰিব পাৰিব। কিন্তু বনুৱাৰ এই কল্পনাই বাস্তৱ ৰূপ পোৱাৰ পৰিৱৰ্তে নিষ্ঠুৰ বাস্তৱৰ মেৰপাকত চূৰমাৰ হৈ গৈছে। এচাম নিষ্ঠুৰ দুষ্ট চক্ৰৰ হাতত তেওঁলোক সদায় লাঞ্ছিত। সেয়ে বনুৱাৰ হৈ কবিয়ে মাত মাতিছে। এই যান্ত্ৰিক সভ্যতা অন্য একো নহয়, ই হ'ল-

'কালৰ কু অভিসন্ধিৰ
নিলাজ অভিব্যক্তি, 'এটা নিষ্ঠুৰ
-প্ৰবঞ্চনা-
'তাত মাথোঁ আছে
কালৰ কু অভিসন্ধিৰ নিলাজ অভিব্যক্তি
জীৱনৰ কামনাত কঁপা
কুঁহিপাত, ডাল, ছালৰ
এখন বৃহৎ পাৰিবাৰিক সংসাৰৰ
পাহৰি যোৱা এটা ঠেক বুৰঞ্জী
কোনোবা অতীত যুগৰ এখন
কবিতাৰ হেৰুৱা কানন
এটা নিষ্ঠুৰ প্ৰবঞ্চনা।''

কয়লাখনিৰ শ্ৰমিকৰ জীৱনৰ দুৰ্দশা দেখি কবি অতি ক্ষোভিত হৈ পৰিছে । তেওঁ লক্ষ্য কৰিছে শ্ৰমিকসকলে অনেক অন্যায় অবিচাৰৰ সন্মুখীন হৈও শ্ৰমৰ প্ৰাপ্য আদায়ৰ কাৰণে শোষক শ্ৰেণীৰ বিৰুদ্ধে কেতিয়াও বিদ্ৰোহ গঢ়ি তোলা নাই। তেওঁলোকে জানে তেওঁলোকৰ জীৱন অতি যন্ত্ৰনাময়। কয়লাখনিৰ ধোঁৱা আৰু গৰম গন্ধৰে তেওঁলোকৰ জীৱন পংগু কৰি তুলিছে। অনুচিতভাৱে তেওঁলোকৰ প্ৰভুৱে শ্ৰমিকৰ হাড় ভঙা শ্ৰমৰ আৰ্জনেৰে দালান সাজি লাহ-বিলাসত জীৱন কটাইছে। শ্ৰমিকসকলে মাথোঁ ধৈৰ্য্যৰে সকলো ত্যাগ কৰি গৈছে আৰু 'মই খনিৰ বনুৱা' বুলি

গৌৰৱ কৰিছে। সেয়ে কবিয়ে এনে অনুচিত জীৱন সংগ্ৰামক বিদ্ৰূপ কৰি কবিতাটি সামৰণি মাৰিছে—

"মোৰ নিস্পেষিত কাৰুণ্যৰ
ক'ত শত কষ্ট যন্ত্ৰণাৰ
ক'ত মোৰ ক্ষুন্ন আদৰ্শৰ
সীমাহীন ত্যাগ আৰু
দুৰ্বল ক্ষমাৰ
সত্য অহঙ্কাৰ
মই খনিৰ বনুৱা।।"

কবিৰ এনে বিদ্ৰূপে শোষণকাৰীৰ বিৰুদ্ধে যুঁজ দি শ্ৰমিকক নিজ প্ৰাপ্য আদায়ৰ বাবে সংগ্ৰাম কৰিবলৈ সকিয়াই দিছে। গতিকে প্ৰগতিশীল কবিতা হিচাপে 'কয়লা' কবিতাটিৰ সাৰ্থকতাও ইয়াতে।

অমূল্য বৰুৱাৰ 'বিপ্লৱী' নামৰ আন এটি প্ৰগতিবাদী কবিতা প্ৰকাশ পাইছিল 'জয়ন্তী' আলোচনীৰ সপ্তম বছৰৰ (১৯৪৬ চনত) দ্বিতীয় সংখ্যাত। কবিতাটোত কবিয়ে প্ৰকৃত বিপ্লৱীৰ চিত্ৰ দাঙি ধৰি সমাজৰ অন্যায়-অনীতিৰ বিৰুদ্ধেই যেন সকলোকে বিপ্লৱী হ'বলৈ আহ্বান জনাইছে। মাৰ্ক্সীয় আদৰ্শৰে উদ্বুদ্ধ কবি অমূল্য বৰুৱা আছিল সম্পূৰ্ণ আশাবাদী। তেওঁ ভাবিছিল মানুহে প্ৰকৃত বিপ্লৱৰ জৰিয়তে নিজৰ অধিকাৰ সাব্যস্ত কৰি এখন সুস্থ নতুন সমাজ গঢ়ি তুলিব পাৰিব। সেয়ে কবিয়ে সংগ্ৰামী জনতাৰ শক্তিৰ ওপৰত গভীৰ আস্থা স্থাপন কৰি কৈছে-

" আমাৰ আছে মানুহৰ ওপৰত বিশ্বাস,
আমাৰ আছে ভৱিষ্যতৰ সুস্থ ৰঙা সূৰ্য্যৰ পিনে
চকু।
বৰ্তমান নিৰালম্ব নিৰাসক্তিৰ
বিকৃত জঞ্জল ল'ই
জীয়াই বুকুত,
আমাৰ দুৰু-দুৰু স্পন্দমান অন্তৰতো আছে
শতেক ভৰসা।"

কবিয়ে অনুভৱ কৰিছে গেলা, দুৰ্গন্ধ, অস্বাস্থ্যকৰ পাৰিপাৰ্শ্বিকতাৰ মাজত যদিও জনতাই অনেক দুখ যাতনাৰে জীৱন কটাব লাগিছে, তথাপি তেওঁলোকৰ অন্তৰৰ গতিশীল শক্তিক কোনেও ৰোধিব পৰা নাই। সেয়ে জনতাই সমাজৰ বিশ্বমানৱৰ সুগভীৰ দৃঢ় সভ্যতা গঢ়ি মানৱৰ বাবে সংস্কৃতিৰ নৱ সাম্য মন্দিৰো গঢ়ি তুলিব পাৰিছে। সেইহেতু 'উৰ্বৰা মাটিৰ কৰ্মনিষ্ঠ পূজাৰী' জনতা আজি সংগ্ৰামত লিপ্ত বিপ্লৱী হৈ উঠিছে।

বিপ্লৱীৰূপী কবিয়ে মানুহক দোহাৰিছে যে কোনো অলীক শক্তিয়ে আহি মানুহৰ দুখ আঁতৰাব নোৱাৰে। মানুহে নিজেই বিপ্লৱী ৰূপেৰে নিজৰ দুখ আঁতৰাব লাগিব। মানুহে এই পৃথিৱীত মানুহৰ মাজতেই বসবাস কৰি সংগ্ৰামেৰে অন্ন, বস্ত্ৰ, বাসস্থান আদি সকলো সমস্যাই সমাধান কৰিব লাগিব। সেয়ে 'বিপ্লৱী' ৰূপেৰেই কবিয়ে কবিতাত কৈছে—

"স্বৰ্গৰ কোনোবা নন্দনবনত
আমাৰ বাবে নাই
মৃত্যুঞ্জয়ী অমৃতৰ গোপন ভাণ্ডাৰ।
আমি মানুহ
জাগতিক পঞ্চভূতজাত আমাৰ
দীপ্তিমান শৰীৰক লাগে
নতুন মুকলি আকাশত হোৱা অৰুণোদয়ৰ
আল্ট্ৰা ভায়লেট ৰশ্মি,
পুষ্টিসাধক অন্নৰ
তৃপ্তিদায়ক ভৰা থাল।"

দেখা গৈছে 'বিপ্লৱী' কবিতাটিত কবিয়ে বিপ্লৱৰ জৰিয়তে সমাজৰ আমূল পৰিৱৰ্তন বিচাৰিছে। গতিকে কবিতাটিত প্ৰগতিবাদী চিন্তাৰ সাৰ্থক প্ৰতিফলন ঘটিছে।

অমূল্য বৰুৱাৰ 'কুকুৰ' কবিতাটো প্ৰগতিবাদী কবিতাৰ অন্যতম স্বাক্ষৰ। কবিয়ে ১৯৪৩ চনত এদিনাখন যোৰহাটৰ বিষ্ণুৰাম বৰুৱা হলৰ কাষত থকা ডাষ্টবিনত আমেৰিকান মিলিটাৰীয়ে পেলোৱা ৰুটিৰ টুকুৰাৰ বাবে মগনীয়া ৰূপী মানুহ আৰু ভোকাতুৰ কুকুৰৰ মাজত টনা আজোৰাৰ এক দৃশ্য দেখি এই কবিতাটো ৰচনা কৰে। কবিতাটোত ফুটি উঠিছে বিংশ শতিকাৰ চল্লিছৰ দশকৰ সময়ত দেশত সৃষ্টি হোৱা ভয়াবহ দুৰ্ভিক্ষৰ প্ৰতিচ্ছবি। সমাজৰ দৰিদ্ৰ-নিপীড়িত লোক সকলৰ জীৱন-নিৰ্বাহৰ প্ৰক্ৰিয়া দেখি কবি অতিশয় ক্ষুব্ধ হৈ পৰিছে। অনাহাৰে অৰ্ধাহাৰে জীৱন কটোৱা এইসকল লোকক কবিয়ে প্ৰথমে কুকুৰৰূপে অভিহিত কৰি যাৰ শোষণৰ বলি হৈ তেওঁলোকে কুকুৰৰ দৰে জীৱন নিৰ্বাহ কৰিবলগীয়া হ'ল সেই শোষণকাৰী দলটোকো কুকুৰ বুলিয়েই অভিহিত কৰিছে। কবিৰ মতে সমাজৰ দীন-হীন খাবলৈ নোপোৱা লোকবোৰ যেনেকৈ কুকুৰ-সদৃশ; সেইদৰে সুবিধাবাদী, সুবিধাভোগী ধনী শ্ৰেণীও কুকুৰ-সদৃশ। এই কুকুৰ দুদলৰ

***কবি অমূল্য বৰুৱাৰ কাব্যিক জীৱনলৈ লক্ষ্য কৰিলে দুটা স্তৰ পৰিলক্ষিত হয়। প্ৰথম স্তৰত অৰ্থাৎ কবি জীৱনৰ আৰম্ভণিতে ৰোমাণ্টিক ভাৱবিলাসেৰে কবিতা লিখিবলৈ লৈছিল। এই শ্ৰেণীৰ কবিতা লিখাত গণেশ গগৈ, যতীন্দ্ৰ নাথ দুৱৰা, ৰত্নকান্ত বৰকাকতি আৰু ডিম্বেশ্বৰ নেওগ আদি কবি সকলৰ প্ৰভাৱ পৰিছিল। তেওঁলোকৰ কাব্য ৰীতিৰ আদৰ্শই বৰুৱাৰ কাব্য ৰীতিৰ আদৰ্শ হৈ ধৰা দিছিল। কাব্যিক জীৱনৰ দ্বিতীয় স্তৰত তেওঁ ৰোমাণ্টিক ভাৱ বিলাসক পৰিহাৰ কৰি কঠিন বাস্তৱৰ ভেটিত প্ৰগতিবাদী কবিতা ৰচনা কৰিবলৈ লয়। এই শ্ৰেণীৰ কবিতা ৰচনা কৰাত তেওঁৰ প্ৰিয় কবি টি. এচ. এলিয়ট, এজ্ৰা পাউণ্ড, বোডেলিয়াৰ আদি আধুনিক কবি সকলৰ প্ৰভাৱ পৰে।***

প্ৰথম দলে ৰাস্তাৰ কাষৰ আৱৰ্জনাৰ দ'মবিলাকৰ কাষে কাষে মুখত 'ৰস নাইকিয়া শুকান একোডোখৰ জাতি-বৰ্ণ বিচাৰ নোহোৱা হাড়' লৈ চোবাই থাকে, নাইবা সিহঁতৰে কিছুমানে 'ফটা জোতাৰ লেকেটা চামৰা কামুৰি থাকে। অৰ্থাৎ ক্ষুধাৰ তাড়নাত এই কুকুৰৰূপী মানুহবোৰে ৰাস্তাৰ ডাষ্টবিনে ডাষ্টবিনে অভিজাতসকলৰ উচ্চিষ্ট বিচাৰি ঢপলিয়াই ফুৰে। তেওঁলোকে খাবৰ বাবে জীয়াই থকা নাই, কেৱল জীৱৰ বাবেহে খাইছে। জীয়াই থাকিবৰ বাবে তেওঁলোকে অখাদ্যকো খাদ্যৰূপে গ্ৰহণ কৰিছে আৰু লগতে ভক্ষণ কৰিছে মহামাৰী ৰোগৰ বীজাণু। সেয়ে তেওঁলোকৰ জীৱনলৈ অকাল মৃত্যু নামি আহিছে। এই সমাজৰ দৰিদ্ৰ নিষ্পেষিত সকলৰ এনে কৰুণ দশাই আধুনিক সভ্যতাৰ নগ্ন, ফোপোলা স্বৰূপটো উদঙাই দেখুৱায় -

"জীৱৰ বাবে খাবলৈ
খাদ্যৰ নামতো সিহঁতে পায় মহামাৰীৰ বীজ !
এনেকৈয়ে সিহঁতে মৃত্যুক মাতি মৰিব
সিহঁত নিৰূপায় !
সিহঁতৰ প্ৰত্যেকৰে কপালত যেন সনা আছে
কুৰি শতিকাৰ সভ্যতাৰ নিলাজ হাতৰ চেকা।"

নিষ্পেষিত এই মানুহবোৰে যি পাইছে তাতে সন্তুষ্ট হৈ থকা কাৰণে কবিৰ হৃদয় ক্ষোভেৰে ভৰি পৰিছে। সমাজত মানুহ হিচাপে জীয়াই থাকিবলৈ যি সংগ্ৰামৰ প্ৰয়োজন, সেই সংগ্ৰাম তেওঁলোকৰ মাজত নাই। ক্ষুধাৰ তাড়নাই তেওঁলোকক এনেদৰে পংগু কৰি তুলিছে যে কেৱল জীয়াই থকাটোহে সিহঁতৰ একমাত্ৰ লক্ষ্য হৈ পৰিছে। সেইবাবে 'নিৰস হাড়' আৰু 'লেকেটা চামৰা' ৰূপী খাদ্যকো সিহঁতে ভক্ষণ কৰিব লগা হৈছে আৰু অহিংসা পৰম ধৰ্ম সেই কথা পাহৰি লেতেৰা খাদ্যৰ বাবে নিজৰ মাজতেই কাজিয়া পেচাল কৰে, মাৰধৰ কৰে, ধৰ্ম-কৰ্মৰ কথা তেওঁলোকৰ মনলৈ নাহে। কবিৰ ৰূপকধৰ্মী ভাষাত-

" ক্ষুধাৰ তাড়নাত সিহঁতে পাহৰি যায়
- 'অহিংসা পৰম ধৰ্ম-
সিহঁতৰ অশৃংখল, কোলাহলপূৰ্ণ, হিংসামত্ত
সমাজত
ক্ষুধা নিবাৰণৰ কেৱল কঠোৰ সংগ্ৰাম।
যুধিষ্ঠিৰ লগত স্বৰ্গাৰোহণৰ আশাত।
ধৰ্মযাত্ৰা কৰিবৰ মৰসাহ আৰু সিহঁতৰ নাই।"

কবিয়ে এইদৰে দুঃখ যাতনাত নিপীড়িত, সীমাহীন কষ্টত জৰ্জৰিত কুকুৰৰূপী মানুহদলৰ কথা কৈ কবিতাটোৰ শেষত শোষণকাৰীৰ দলটোকো কুকুৰ বুলি অভিহিত কৰিছে। সেই সময়ৰ শাসনৰ তলত গোলামী কৰি ধন অৰ্জন কৰি ধনী হৈ পৰা সেই কুকুৰবোৰৰ শোষণৰ ফলতেই নিৰীহ-শান্ত জনগণেও কুকুৰৰ দৰে জীৱন-যাপন কৰিবলগীয়া হৈছে তাকো কবিয়ে দেখুৱাইছে। কবিৰ ভাষাত উচ্চ বংশজাত কুকুৰৰূপে পৰিগণিত -

"সেই দলৰ খাবলৈ পোৱাৰ সভ্যতাত
-গঢ়ি উঠিছে
এই দলৰ খাবলৈ নোপোৱা বৰ্বৰতা
দুয়ো দলৰ নাম কুকুৰ।"

কবিয়ে এইদৰে ধনী আৰু নিৰ্ধনী উভয়কে কুকুৰ বুলি কৈ সাম্যবাদী মনোভাৱৰ প্ৰকাশ কৰিছে। তদুপৰি কবিতাটিত সমাজৰ নিপীড়িত-নিষ্পেষিত জনগণৰ প্ৰতি কবি অন্তৰৰ পৰম সহানুভূতি আৰু শোষক শ্ৰেণীৰ প্ৰতি প্ৰবল ঘৃণা ভাৱৰ প্ৰতিফলন ঘটিছে। বৰুৱাৰ 'কুকুৰ' নামৰ কবিতাটি এটা সাৰ্থক প্ৰগতিবাদী কবিতাৰ শাৰীলৈ উন্নিত হৈছে।

কবি অমূল্য বৰুৱাৰ 'বেশ্যা' নামৰ কবিতাটিও প্ৰগতিবাদী কবিতা। কবিতাটিত কবিয়ে সৰ্বসাধাৰণৰ দৃষ্টিত

অস্পৃশ্য হিচাপে পৰিগণিত লোকৰ জীৱনৰ ওপৰত গুৰুত্ব আৰোপ কৰি মানৱতাবাদী ভাৱধাৰা পোষণ কৰিছে। বেশ্যাসকলৰ প্ৰতি সাধাৰণতে গ্ৰহণ কৰা মনোভাৱৰ বিপৰীতে কবিয়ে গ্ৰহণ কৰিছিল তেওঁলোকৰ প্ৰতি সহানুভূতিশীল মনোভাৱ। কবি বৰুৱাই

"কুৰি শতিকাৰ যান্ত্ৰিক যুগৰ সভ্যতাৰ
তয়ো এজনী মানুহ।"

বেশ্যাৰ প্ৰতি নিজৰ অন্তৰৰ সহানুভূতি প্ৰকাশ কৰি বেশ্যাসকলে 'আৱশ্যকীয় ভোকৰ ভাত আৰু পিয়াহৰ পানী'ৰ প্ৰয়োজন পূৰণৰ বাবেই যে নিজৰ জীৱনকো বিসৰ্জন দিবলৈ সংকোচ বা লজ্জাবোধ নকৰে সেই কথাকেই দাঙি ধৰিছে। অৱশ্যে কবিয়ে কবিতাটিৰ মাজেৰে বেশ্যা বৃত্তিক সমৰ্থন কৰিবলৈ তেওঁৰ অন্তৰত সহানুভূতি জাগ্ৰত হোৱা নাই, ৰাষ্ট্ৰৰ কুটিল গতিয়ে যে এই সমস্যাৰ সৃষ্টি কৰিছে তাৰ বাবেহে তেওঁৰ অন্তৰত 'বেশ্যা'ৰ প্ৰতি সহানুভূতি জাগি উঠিছে। সেয়ে কবিয়ে ব্যাঙ্গাত্মকভাৱে কৈছে যে কুৰি শতিকাৰ বহুতো 'অনিৰুদ্ধ তাইৰ বাবে বলিয়া, 'শ্ৰীকৃষ্ণ সুদৰ্শন চক্ৰও তাইৰ আগত শক্তিহীন, গতিকে তাই ধন্য -

"ধন্য হে কুৰি শতিকাৰ নৃত্যশীলা কোকিল কণ্ঠা চিত্ৰলেখা
তোমাৰ ছালনাত
শত অনিৰুদ্ধ, অসুৰ বাণৰ ৰুদ্ধ কাৰাগাৰত বন্দী
দ্বাপৰ যুগৰ শ্ৰীকৃষ্ণৰ অব্যৰ্থ সুদৰ্শন চক্ৰও
হয়তো তোমাৰ আগত শক্তিহীন।"

কবিয়ে ৰূপকাৰ্থক ভাষাত বেশ্যাসকলক 'বাৰাঙ্গনা' বুলি ক'ব নিবিচাৰি 'যান্ত্ৰিক যুগৰ যন্ত্ৰপ্ৰায় বিশ্বপ্ৰিয়া বুলি অভিহিত কৰিছে আৰু তেওঁলোকক 'বাৰাঙ্গনা' বুলি ক'ব লাগিলেও 'কুৰি শতিকাৰ নগ্ন সভ্যতাৰ নিৰ্ভীক বাৰাঙ্গনা' বুলিহে কৈছে। কবিৰ ভাষাত—

'হে যান্ত্ৰিক যুগৰ যন্ত্ৰপ্ৰায় বিশ্বপ্ৰিয়া
কোনে কয় তুমি বাৰাঙ্গনা?
তুমি যে ধনিক সম্প্ৰদায়ৰ বিৰুদ্ধে বনুৱাৰ
শ্ৰেণী সংগ্ৰামৰ
এটা সংকটপূৰ্ণ ষ্ট্ৰেটেজিক পইণ্ট,
তুমি কুৰি সভ্যতাৰ নগ্ন সভ্যতাৰ
নিৰ্ভীক বাৰাঙ্গনা।"

বেশ্যা কবিতাটিত কবিয়ে এহাতে যেনেকৈ বেশ্যাৰে প্ৰতি সহানুভূতিশীল দৃষ্টিভংগী প্ৰকাশ কৰিছে আনহাতে সেইদৰে সমাজৰ এচাম তথাকথিত ভদ্ৰলোকৰ প্ৰতি বিষাদ্গাৰো প্ৰকাশ কৰিছে, তেওঁলোকৰ প্ৰতি ঘৃণা আৰু ক্ৰোধো প্ৰকাশ কৰিছে। বেশ্যা কবিতাটিত এইদৰে কবিৰ সমাজ সচেতনতাৰ মনোভাৱৰ প্ৰতিফলন ঘটিছে আৰু ই এটি সাৰ্থক প্ৰগতিবাদী কবিতা হৈ উঠিছে।

জয়ন্তী যুগৰ প্ৰতিভাবান কবি অমূল্য বৰুৱাৰ কয়লা, বিপ্লৱী, কুকুৰ, বেশ্যা আদি কবিতা বিশ্লেষণ কৰি দেখা যায় তেওঁৰ কবিতাৰ মাজেৰে মাৰ্ক্সীয় সাম্যবাদী আদৰ্শৰ প্ৰতিফলন ঘটিছে। তেওঁ সমাজৰ শোষিত, সৰ্বহাৰা শ্ৰেণীৰ মুক্তিৰ কামনা কৰি এখন সুস্থ সমাজ গঢ়ি তোলাৰ কামনাৰে জনসাধাৰণক জাগ্ৰত কৰি তুলিবলৈ কবিতা ৰচনা কৰিছে। সেয়ে তেওঁৰ কবিতাত ৰোমাণ্টিক কবি সকলৰ চিন্তাধাৰা সলনি হৈছে আৰু সমাজৰ প্ৰগতিৰ চিন্তাহে কবিতাৰ মাজেৰে প্ৰতিফলন ঘটিছে।

**সূত্ৰ-নিৰ্দেশ ঃ**

১. ডেকা, লীনা আৰু অন্যান্য সকল ঃ কবিতা আলোচনা, অক্টোবৰ, ৯৮, পৃ. ১৫১

২. ডেকা, লীনা আৰু অন্যান্য সকল ঃ সদ্যোক্ত গ্ৰন্থ, পৃ. ১৫২

৩. কটকী, চন্দ্ৰ ঃ আধুনিক অসমীয়া কবিতা, ফেব্ৰুৱাৰী, ১৯৮৯, পৃ. ২৩

**গ্ৰন্থ-পঞ্জী**


কটকী, চন্দ্ৰ ঃ আধুনিক অসমীয়া কবিতা, চন্দ্ৰ প্ৰকাশ, দ্বিতীয় সংস্কৰণ, টিহু, গুৱাহাটী,১৯৮৯

ডেকা হাজৰিকা, কৰবী ঃ অসমীয়া কবি আৰু কবিতা, বনলতা, বনলতা সংস্কৰণ, ডিব্ৰুগড়, ২০০৪ চন।

ডেকা, লীনা; শৰ্মা, পৰেশ নাথ;

শৰ্মা, নৰনাৰায়ণ আৰু ডেকা, উৎসৱ ঃ কবিতা আলোচনা, চিত্ৰলেখা পাব্লিকেশ্যন্চ, প্ৰথম প্ৰকাশ, গুৱাহাটী,৯৮

বৰা, লক্ষ্মীনন্দন (সম্পা.) ঃ গৰীয়সী, সাহিত্য প্ৰকাশ, অষ্টাদশ বছৰ, ষষ্ঠ সংখ্যা, গুৱাহাটী, ২০১১।

বৰুৱা, অমূল্য ঃঅচিনা, সম্পা. নন্দ তালুকদাৰ, প্ৰথম প্ৰকাশ, ১৯৮৭ খৃ.।

শৰ্মা, শশী ঃ সাহিত্যত বাস্তৱ স্বপ্ন, প্ৰথম প্ৰকাশ, ১৯৮৭ খৃ.।

শৰ্মা, সত্যেন্দ্ৰনাথ ঃ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, সৌমাৰ প্ৰকাশ, নৱম সংস্কৰণ, গুৱাহাটী, ২০০৬।

# লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰহসন

## ধীৰেণ বড়ো

লক্ষ্মীনাথ বেজবৰুৱাৰ অসমীয়া সাহিত্যৰ কৰ্ণধাৰ। 'জোনাকী' কাকতৰ যোগেদি অসমীয়া সাহিত্যত যুগান্তৰ অনাসকলৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱাৰ সৰ্বাগ্ৰাণী। তেওঁৰ বহুমুখী প্ৰতিভাৰ দ্বাৰা অসমীয়া সাহিত্যৰ সকলো বিভাগৰ পৰিপুষ্টি সাধন কৰিছিল। বেজবৰুৱাই গহীন বুৰঞ্জী মূলক নাটক ৰচনাৰ পূৰ্বে ধেমেলীয়া নাট বা প্ৰহসনৰ জৰিয়তে নিজৰ নাট্য জীৱনৰ আৰম্ভ কৰিছিল। ইংৰাজীত প্ৰহসন শব্দটোক ফাৰ্চ বুজাবলৈ ব্যৱহাৰ কৰা হয়। প্ৰহসনৰ অৰ্থ হ'ল বৰকৈ হাঁহি তোলা (প্ৰ-হস্ + অণ্ট) ভাওনা বা নাটৰ অভিনয়। হাস্যত্মকতাৰ উদ্ৰেক কৰাটোৱেই ইয়াৰ লক্ষ্য আৰু এই লক্ষ্যত উপনীত হ'বৰ বাবে লেখকে স্বাভাৱিক আৰু উদ্ভটৰ মাজৰ ৰেখাডাল প্ৰায়ে মানি নচলে। প্ৰহসনৰ অৰ্থ হ'ল — (ক) বহুৱালি; (খ) চুটি, লঘু, হাস্যৰসাত্মক আৰু সাধাৰণতে পৰিস্থিতি প্ৰধান (চৰিত্ৰ প্ৰধান নহয়) নাটক। ইয়াৰ সংলাপ বা কথোপকথনো তেনে ধৰণৰে, অৰ্থাৎ হাঁহি উঠা, লঘু। কৌতুক সৃষ্টিয়েই প্ৰহসনৰ প্ৰধান লক্ষ্য। বিষয়বস্তু লঘু হ'লেও বহুতো প্ৰহসনত চিন্তাৰ খোৰাক থাকে, কেতিয়াবা কেতিয়াবা সেইবোৰ আওপকীয়াকৈ সমালোচনামূলকো হয়। ভাৰতৰ নাট্যশাস্ত্ৰত উল্লেখ কৰা দশ ৰূপকৰ ভিতৰত প্ৰহসনো অন্যতম। সমাজৰ তলৰ খাপৰ মানুহকে প্ৰহসনৰ চৰিত্ৰ বুলি ভৰতে নিৰ্দিষ্ট কৰিছে।[১]

বেজবৰুৱাই নাট্যকাৰ জীৱনৰ পাতনি মেলে ধেমেলীয়া বা হাস্যৰসাত্মক নাটক ৰচনাৰে। ১৮৮৯ চনতে তেওঁৰ প্ৰথম নাটক 'লিতিকাই', 'জোনাকী' আলোচনীৰ পাতত ছপা হৈ ওলায়। সেই সময়ত পাতল ধেমেলীয়া নাটকেই বেছি জনপ্ৰিয় আছিল যদিও তেতিয়ালৈকে আমাৰ ভাষাত মৌলিক নাটকৰ সংখ্যা অতি তাকৰীয়া আছিল। যি খনচেৰেক লেখা হৈছিল সেইবোৰৰ বেছি ভাগেই প্ৰকাশৰ পথ নাপালে। 'লিতিকাই' ওলোৱা কুৰি বছৰৰো পাছতহে বেজবৰুৱাই একে বছৰতে তিনিখন এই লেখীয়া নাটক প্ৰকাশ কৰে (১৯১৩)। নাটক কেইখন হ'ল 'পাচনি', 'নোমল', আৰু 'চিকৰপতি-নিকৰপতি'। আপাত দৃষ্টিত এই চাৰিওখন নাটকেই প্ৰহসন বা পাতল ধেমেলীয়া নাটক, কেওখনৰে কিছুমান সাধাৰণ বৈশিষ্ট্য আছে। চহা, হজুৱা গঞা মানুহৰ জীৱন আৰু সমাজৰ কেন্দ্ৰ কৰি হাস্যৰস সৃষ্টি কৰা নাট্যকাৰৰ মূল উদ্দেশ্য যেন লাগিলেও বেজবৰুৱাই কিন্তু কেৱল হাঁহিৰ থুনুপাক সাজিবৰ বাবেই এইবোৰ নাটক ৰচনা কৰা নাট। লেখক বা নাট্যকাৰ হিচাপে বেজবৰুৱাৰ সামাজিক সচেতনতা আৰু দায়বদ্ধতাও এই নাটক কেইখনত প্ৰকাশ পাইছে।[২]

'লিতিকাই' বেজবৰুৱাৰ পাঁচ অঙ্কীয়া প্ৰহসন। নিতাই, সতাই ভোলাই মনাই, তিতাই, পুহাই আৰু ৰসাই নামৰ সাতটা মূৰ্খ ককাই ভাইৰ কেইটাৰ হাঁহি কথা-বতৰা কৰ্মকাণ্ডৰ জৰিয়তে হোজা, এলেহুৱা, অশিক্ষিত অসমীয়াৰ পুতৌ লগা অৱস্থাটো নাটকৰ জৰিয়তে দেখুৱাবলৈ চেষ্টা কৰিছে। পিতৃৰ মৃত্যুৰ ফলত সিহঁতৰ জীৱনত হাহাকাৰৰ সৃষ্টি হ'ল। গজমূৰ্খ, অসহায় আৰু কৰ্মবিহীন সাতটা ভাই-ককাই অনাই-বনাই ঘূৰি ফুৰোঁতে এদিন জোনাক ৰাতি একেলগে ওলাই গৈ কোৰ মাৰি থোৱা পকা চপৰাণি এহালিচা দেখি তাকে সাগৰ বুলি ভাবি সাঁতুৰি পাৰ হ'ব ধৰিলে। এইদৰে ৰাতি পুৱাল আৰু সিপাৰ হৈ সিহঁত সাতজন আছেনে নাই গণি চাব ধৰিলে। প্ৰতিটোৱে গণনা কৰি নিজক বাদ দিয়ে আৰু লেখত ছজন মাত্ৰ ওলোৱা দেখি এজন ভাই হেৰুৱা বুলি দুখত ভাঙি পৰে। বাটেদি গৈ থকা দেউৰাম বামুণে অজলাকেইটাৰ কাণ্ড বুজি সিহঁতৰ সমস্যা সমাধান কৰি দিয়াৰ বিনিময়ত গোটেই জীৱন আটাইকেইজনে তাৰ ঘৰত গোলাম থকাৰ প্ৰতিশ্ৰুতি ললে। মুৰ্খকেইটাৰ হতুৱাই কামত খটোৱাৰ বুদ্ধি বামুণৰ কামত নাহিল। বৰঞ্চ বামুণৰ জীৱনলৈ বিপদহে কঢ়িয়াই আনিলে। এদিন বামুণৰ মাকৰ মূৰৰ ওপৰত ধানৰ ডাঙৰি পেলাই মূৰ্খহঁতে বুঢ়ীৰ মৃত্যু পৰ্যন্ত ঘটালে। তেতিয়া বামুণে প্ৰতিশোধ ল'বলৈ বুদ্ধি পাঙিলে। সেইমতে প্ৰকাণ্ড গছৰ ডাল এটা কাটি সিহঁতক কাণপাতি ধৰিবলৈ দিলে। তিতাই অলপ বুদ্ধিয়ক আৰু পঢ়াশুনা জনা আছিল। যাৰ বাবে তিতাইৰ বাজে বাকীকেইজন ভাই ককাই দেউৰামৰ বুদ্ধিত অকাল মৃত্যুক সাৱতি লয়। তিতাইয়ে কাণপাতি নধৰিলে বাবে কোনোমতে সাৰি গ'ল। তাকো বামুণে জেঠৰিয়েকৰ হতুৱাই বিষ দি মৰোৱাৰ চেষ্টা কৰি গোপন চিঠি লিখি তিতাইৰ হাতত

দি পঠিয়াইছিল। বাটতে বামুণে অজ্ঞ আৰু অশিক্ষিত বুলি ভবা তিতাই চিঠিখন সলনি কৰি অইন এখন লিখি দিলে যে বামুণৰ খুলশালিয়েকক তাৰ সৈতে বিয়া দিব লাগে। সেইমতে তিতায়ে দেউৰাম বামুণৰ খুলশালিয়েকক বিয়া কৰাই লৈ ঘৰ পালেহি। তিতাইৰ কাণ্ড কাৰখানা দেখি বামুণে তবধ মানিলে।

'পাচনি' বেজবৰুৱাৰ ছটা দৃশ্যৰে সমৃদ্ধ অন্যতম প্ৰহসনমূলক নাট। পাচনি নাটকত ধৰ্মাই নামৰ মানুহজনে আলহী অতিথি নহ'লে অকলশৰে ভাত খাই শান্তি নাপায়। ধৰ্মাইৰ অতিথি পৰায়ণতা সীমা চেৰাই গৈ পত্নীক কষ্ট আৰু অশান্তিৰ কাৰণ হৈ পৰিল। সেইবাবে পত্নীয়ে স্বামীৰ অতিথিপৰাণতাত অতীষ্ঠ হৈ বুদ্ধি কৰি আলহীবোৰক খেদিবলৈ ধৰিলে। এবাৰ আলহীক তাই পাঁচনিৰ দ্বাৰা ঢেকী-থোৰাৰে খেদালে আৰু আকৌ এবাৰ আলহীক মেকুৰী পোৱালিৰ মঙহেৰে ভাত খুৱাব বুলি ফাঁকি দি ছল কৰি খেদাই পঠিয়ালে। শেষত আলহীৰ লগত ভাত খাব নপাই অশান্তি বোধ কৰা স্বামীক সান্ত্বনা দিবৰ বাবে কোৱা কথাটো অতি গুৰুত্বপূৰ্ণ।

"মানুহক খুওৱাতকৈ মেকুৰী— কুকুৰক খুওৱাটো ভাল নহয় নে? মোৰ মনেৰে ভালহে। কাৰণ মেকুৰী-কুকুৰ অজান জীৱ, খাই সিহঁতে মোক পেটে পেটে শলাগিব, যদিও মুখেৰে মাতিব নোৱাৰে। আৰু মুখেৰে মাতিব পৰা মানুহে দবনি পিটি তোমাৰ খাব, আগতে দুয়াৰ চাৰি চাৰি আযাৰৰ তোমাৰ শলাগ লৈ তোমাক উচটাব, আৰু তুমি পিঠি দিলেই সিহঁতে খোৱা পাতখনকে ফালি তোমাক গালি পাৰি গুচি যাব।"[৩]

'নোমল' বেজবৰুৱাৰ ১৯১৩ চনত ৰচনা কৰা ছটা দৃশ্য সম্বলিত অন্যতম উপভোগ্য প্ৰহসন। নাহৰ ফুটুকা বুঢ়া আৰু তাৰ ঘৈণীয়েক নিচলীৰ পাঁচোটা ল'ৰা কেঁচুৱাতে মৰাৰ পিছত ওপজা কেঁচুৱাটোৰ নামকৰণৰ প্ৰসংগটোৱেই প্ৰহসনখনৰ বিষয়-বস্তু। শেষৰ পেটমোচা ল'ৰাটো ওপজাত ঘৈণীয়েকৰ কথা মতে নাহৰ ফুটুকা গোঁসাই ঘৰলৈ গ'ল ল'ৰাটোৰ বাবে নিৰ্মালি এফেৰা আনিবলৈ আৰু লগতে গোঁসাইৰ পৰা তাৰ নাম এটা আনিব। নাহৰফুটুকাৰ এটা দোষ যে সি সকলো কথা থিতাতে পাহৰি যায়। বহু কষ্ট আৰু আশাৰ মাজত সত্ৰাধিকাৰৰ গোঁসাইৰ লগ ধৰি পুত্ৰৰ বাবে 'নোমল' নামটো পালে। নামটো পাহৰি যাব বুলি ভয়ত সি বাটে বাটে মাতি গৈ থাকোতে বহুতো অপ্ৰীতিকৰ পৰিস্থিতিৰ সন্মুখীন হ'ল। কিন্তু সি আহোঁতে বাটতে পাহৰি ঘৰ পাই 'নেমেল' 'নেমেল' কৈ চিঞৰিব ধৰিলে। নাওঁ মেলিব খোজা নাৱৰীয়াই তাকে শুনি তাক নাওঁ মেলিবলৈ বাধা দিয়া বুলি ভাবি ভালকৈ এশকনি দিলে। মাৰত নেমেলৰ ঠাইত 'নহৱৰ হ'ল ঐ' 'নহৱৰ হ'ল ' এই বুলি বাৰে বাৰে চিঞৰিবলৈ ধৰে। ইয়াকে শুনি সমদল যাত্ৰা কৰি অহাসকলে তেওঁলোকক ঠাট্টা কৰা বুলি ভাবি তাক বেয়াকৈ মাৰধৰ কৰিলে। ঘৰত ঘৈণীয়েকৰ আগত গোঁসায়ে দিয়া 'নোমল' নামটো মনত পেলাব নোৱাৰিলে, সি তাৰ সলনি 'নেমেল' দিয়া বুলিহে ক'লৈগৈ।

'চিকৰপতি নিকৰপতি' তেৰটা দৃশ্যৰ প্ৰহসন। নাটকখনত চিকৰপতি আৰু নিকৰপতি নামৰ দুই অঘাইতং চোৰৰ কাৰ্য্যাৱলী দেখুওৱা হৈছে। চিকণপুৰ ৰাজ্যৰ বিচাৰালয়ত নানাৰকমৰ বিচাৰ চলিছে। কিন্তু তাত থকা বিখ্যাত চিকৰ্পতি নামৰ চোৰ এটা কোনো মতেই ক'তো ধৰা নপৰে। এবাৰ ৰজাই তাক কয় যে সি যদি ৰজাৰ হাতৰ আঙুলিৰ চিৰি আঙুঠিটো চুৰ কৰি নিব পাৰে তেতিয়াহ'লে তাক বৰ চোৰৰ খিতাপ দিব। চিকৰপতি সেই কাৰ্য্যত কৃতকাৰ্য্য হ'ল আৰু তাক বৰ চোৰৰ খিতাপ দিলে। তাৰ অসাধাৰণ বুদ্ধিৰ কথা জানিব পাৰি ৰজায়ো তেওঁৰ জীয়েকৰ বাবে ৰজাৰ ল'ৰা এটা যোগাৰ কৰি দিবলৈ তাকে ঘটক পাতিলে। ৰাজঅনুৰোধ ৰক্ষা কৰি সেই উদ্দেশ্য এদিন গৈ সি ডিঙা নগৰৰ ৰজাৰ ঘাটত নাও বান্ধিলেগৈ। তাতো নিকৰপতি নামে এটা বৰ চোৰ আছে। সি বুদ্ধি কৰি নাৱৰ সকলো বস্তু লুটি ভাৰ বান্ধি ঘৰলৈ যাব ধৰিলে। চিকৰ্পতিয়ে সেই চোৰেই যে নিকৰ্পতিৰ এই কথা জানিব পাৰি নিকৰ্পতিৰ দৰে নিজকে সজাই তিনি-পৰীয়া নিশা নিকৰ্পতিৰ ঘৰ পালেগৈ আৰু নিকৰ্পতিৰ ঘৈণীয়েকক চুৰি মালবোৰ উলিয়াই দিবলৈ ক'লে, নহ'লে ৰজাই হেনো ধৰাই নিবহি। নিকৰ্পতিৰ ঘৈণীয়েকে তাকে নিজৰ গিৰিয়েক বুলি ভাবি সকলো বস্তু উলিয়াই দিয়ে আৰু সি লৈ গুচি যায়। পিছদিনা পুৱা নিকৰ্পতিয়ে প্ৰকৃত ৰহস্য বুজিব পাৰি ল'ৰালৰিকৈ গৈ চিকৰ্পতিক ঘাট লগ ধৰিলেগৈ দুয়ো থিতাতে মহামিত্ৰ হৈ পৰিল আৰু নিকৰ্পতিৰ বুদ্ধিপৰামৰ্শ মতে কাম কৰি চিকাণপুৰৰ ৰজাৰ জোৱায়েক যোগাৰ কৰি দিলেগৈ; তাৰ উদ্দেশ্য সিদ্ধি হ'ল।[৪]

প্ৰহসন কেইখনত স্থান কাল বিভাজন, কাহিনী উপস্থাপন, ৰচনা ৰীতি আৰু ঠায়ে ঠায়ে সামাজিক চিত্ৰণত লেখকৰ মৌলিকত্বই মনোৰোম ৰূপত ধৰা পৰিছে। লিতিকাইত সাতোটা ভায়েক-ককায়েকৰ ই যে ডেকাকালৰ কাহিনী এই কথা সাধুটোৰ পৰাই জনা যায় ইয়াৰ ঘটনাস্থলী ৰংপুৰ। 'নোমল' একে দিনৰ ঘটনা মাথোন। 'পাঁচনি' আৰু 'চিকৰপতি নিকৰ্পতি'ৰ কাল নিৰ্ণয় কৰিব নোৱাৰি; মূল চৰিত্ৰ কেইটাৰ জীৱনব্যাপি ঘটি থকা বিভিন্ন ঘটনাৰ বিৱৰণ ইয়াত নাটকীয় আকাৰত উপস্থাপিত কৰা হৈছে।[৫]

প্ৰহসনৰ কাহিনীৰ জঁকাটো সাধুকথাৰ ওপৰত প্ৰতিষ্ঠিত গ'লেও ঠায়ে ঠায়ে সমসাময়িক সমাজৰ চিত্ৰণ নোহোৱাকৈ থকা নাই। নাটকেইখনত বিয়া-সবাহ আদি যিবোৰ অনুষ্ঠানৰ দৃশ্য দেখুওৱা হৈছে সেইবোৰ অসমীয়া গীত-পদ, জোৰানাম, ফকৰা-যোজনা আদিৰে ভৰপুৰ।

নাচিছে কানাই, মুৰুলী বজাই,
জুনুক জুনুক নেপূৰ বাজে
কাণত কুণ্ডল, কৰে জলমল
মূৰত মৰাৰ কিৰীটি সাজে।।[৬]

নাটক কেইখনৰ চৰিত্ৰবোৰ প্ৰায়েই বৈষ্ণৱ প্ৰভাবাপন্ন। তেওঁলোকৰ মুখত কথা প্ৰসঙ্গত কীৰ্ত্তন -দশমৰ পদ-আবৃত্তি আৰু কৃষ্ণকথা অতি সঘন। 'লিতিকাই'ত নিতায়ে জাত লগাই গায়— "পাৰ কৰা এ ৰঘুনাথ সংসাৰ সাগৰে", তিতায়ে গায়— "চক্ৰুকত অসুৰে কৃষ্ণক নিলে হৰি" ইত্যাদি। তিতায়ে সাধুকথা এটা কওঁতেও "কৃষ্ণক চিন্তি" বুলিহে আৰম্ভ কৰে। 'নোমল'ত ভাগৱতীয়ে দশাৰতাৰ জোতৰ পদ এফাঁকি গাই গীতা-ভাগৱত আদি শাস্ত্ৰৰ আলোচনা ধৰে। ইয়াত উল্লেখ কৰা আঠীয়াবাৰী সত্ৰখনো বৈষ্ণৱ সত্ৰৰ অনুৰূপে কল্পনা কৰা হৈছে। গোসাঁয়ে মাধৱদেৱৰ 'দধিমথন' নাটৰ আখৰা কৰিবলৈ ভকতক আদেশ দিয়ে। 'পাচনি'ত ধৰ্মাই পাঁচনিয়ে হৰি নাম স্মৰণ কৰি একাধিকবাৰ বৈষ্ণৱী শাস্ত্ৰৰ পদ মাতে— 'যত দেখা ভাৰ্য্যা পুত্ৰ সবে অকাৰণ' (তৃতীয় দৰ্শন), "কুকুৰ শিৰ্কাল গাধৰো আতমা ৰাম" (পঞ্চম দৰ্শন)। 'চিকৰপতি-নিকৰপতি'ত চৰ্কাৰী আদালতো বিশ্বেশ্বৰ উকীলৰ মুখত কথা প্ৰসঙ্গত 'হৰি কথা অমৃতৰ সম্যক অমৃত প্ৰাণ" শুনা যায় (প্ৰথম দৰ্শন) ৰামানুজ, শঙ্কৰাচাৰ্য্য আদি বিষয়েও আলোচনা হয়।

ঊনবিংশ শতিকাৰ শেষভাগত বঙালী ভাষা সাহিত্য-সংস্কৃতিৰ প্ৰভাৱে গভীৰ আছিল। 'নোমল'ত সত্ৰাধিকাৰে বঙলা নাট ৰচনা কৰাৰ কথাৰ উল্লেখ আছে আৰু তাৰ গুণ বখানি গোঁসায়ে আৰু কেহোঁৰাম গায়নে এইদৰে কৈছে— " বঙ্গলা নাটকৰ বৰ তেজ। অক্ষীয়া নাটকৰ নিচিনাতো আৰু সি মেৰ্‌মেৰীয়া নহয়।" ইয়াৰ জৰিয়তে নাট্যকাৰে গোঁসাইৰ অহৈতুক প্ৰীতি, ভকতে অগাধ পণ্ডিত বুলি জ্ঞান কৰা গোঁসাইৰ প্ৰকৃতাৰ্থত বৌদ্ধিক সাৰশূন্যতা, কপটতা, ভণ্ডামিক তীব্ৰভাৱে ব্যংগ কৰিছে। ইয়াৰ লগতে 'চিকৰপতি-নিকৰপতি' নাটকত অসমৰ বৃটিছ ৰাজত্বৰ কালৰ কৰ্ট-কাছাৰিৰ বিচাৰকৰ ভণ্ডামি, উৎকোচৰ অতপালি, উকীলৰ ভণ্ডামি আৰু ইজন-সিজনৰ মাজত হিংসা-বিদ্বেষ, তথাকথিত অভিজাত বা উচ্চ শ্ৰেণী চৰিত্ৰৰ ছলনা চাতুৰি, অহমিকা আনি নানা সামাজিক আৰু শ্ৰেণীগত দোষ দুৰ্বলতা নাটকীয়ভাৱে দৰ্শক-পাঠকৰ আগত উত্থাপিত কৰা হৈছে।[৮]

লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰতিটো ৰচনাত তীব্ৰ হাস্যৰস আৰু ব্যংগৰ প্ৰভাৱ লক্ষ্য কৰা যায়। তেওঁৰ উক্ত ধেমেলীয়া বা প্ৰহসন কেইটাত ইয়াৰ স্পষ্ট নিদৰ্শন। অসমীয়া সমাজ সংস্কৃতি সাহিত্যৰ সংকট কালত ৰচিত তেওঁৰ ৰচনাবোৰত তাৰ চিত্ৰণ আৰু প্ৰভাৱ প্ৰত্যক্ষ ভাৱে লক্ষ্য কৰিব পাৰি। সমাজ সংস্কাৰ, জাতীয় জীৱন পুনৰ উদ্ধাৰ, আৰু অসমীয়া সাহিত্যৰ সৰ্বাঙ্গীন উৎকৰ্ষ সাধনৰ চেষ্টা তেওঁ ৰচনাবোৰত স্পষ্ট ভাৱে লক্ষ্য কৰিব পাৰি। অসমীয়া মানুহৰ জাতীয় চেতনাক উৎকৰ্ষ সাধনৰ লগতে তেওঁলোকৰ ভণ্ডামি , অন্ধসংস্কাৰ, কপটতা, পৰনিৰ্ভৰশীলতা, অজ্ঞনতা,. কৰ্মবিমুখীতা, হীনমন্যতাবোধক ব্যঙ্গ কৰিছিল। তেওঁৰ দ্বাৰা ৰচিত প্ৰহসন কেইখনত এইবোৰ দিশৰ ওপৰতে আলোকপাত কৰা হৈছে।

**পাদটীকা ঃ**

১। কটকী, প্ৰফুল্ল ঃ সাহিত্যৰথী, পৃষ্ঠা, ১০১
২। মহন্ত, পোনা ঃ নাটকৰ কথা, পৃষ্ঠা, ১২৪/১২৫
৩। বেজবৰুৱা, লক্ষ্মীনাথ ঃ নিৰ্বাচিত নাট্যসম্ভাৰ,পৃষ্ঠা ৩০২
৪। ভট্টাচাৰ্য্য, হৰিচন্দ্ৰ ঃ অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি, পৃষ্ঠা, ১৭৬-১৭৭
৫। উল্লেখিত পৃষ্ঠা, ১৭৭
৬। লিতিকাই, পৃষ্ঠা, ২৮৭-২৮৮
৭। পূৰ্ব উল্লেখিত, পৃষ্ঠা, ১৭৮
৮। মহন্ত, পোনা ঃ নাটকৰ কথা, পৃষ্ঠা, ১২৭

**সহায়ক গ্ৰন্থপঞ্জী ঃ**

হাজৰিকা, উৎপল ঃ লক্ষ্মীনাথ বেজবৰুৱা নিৰ্বাচিত নাট্য সম্ভাৰ, বাণী মন্দিৰ, গুৱাহাটী, ২০১০ (প্ৰথম প্ৰকাশ)

শৰ্মা, সত্যেন্দ্ৰনাথ ঃ অসমীয়া নাট্য-সাহিত্য, সৌমাৰ প্ৰকাশ, গুৱাহাটী, ২০০৩ (পুনৰ মুদ্ৰণ)

শইকীয়া, অজিৎ (সম্পা.) ঃ ছশ বছৰৰ অসমীয়া নাটক পৰম্পৰা আৰু পৰিৱৰ্তন, পথাৰ প্ৰকাশন, দুলীয়াজান, ২০০৮ (প্ৰথম প্ৰকাশ)

ভট্টাচাৰ্য্য, হৰিচন্দ্ৰ ঃ অসমীয়া নাট্য সাহিত্যৰ জিলঙনি, লয়াৰ্ছ বুক ষ্টল, পাণবজাৰ, গুৱাহাটী,২০১১ (মুনৰ মুদ্ৰণ)

কটকী, প্ৰফুল্ল ঃ সাহিত্যৰথী, জ্যোতি প্ৰকাশন, পাণবজাৰ, গুৱাহাটী, ২০০৬ (প্ৰথম প্ৰকাশ)

মহন্ত, পোনা ঃ নাটকৰ কথা, বনলতা, পাণবজাৰ, গুৱাহাটী, ২০০৪ (প্ৰথম সংস্কৰণ)

# সংবাদ মাধ্যম আৰু সাংবাদিকতা ঃ কিছু অনুভৱ

ড° দিলীপ বৰা

২০১০ চনত মই গণ অধিকাৰ কাকতখনৰ মুখ্য সম্পাদক হিচাপে যোগ দিয়াৰ সময়ৰ কথা। মানে তেতিয়াও মই যোগ দিয়াই নাই। গুণা-গথাঁহে কৰি আছোঁ। বন্ধু মহলত কথাটো ওলোৱাত দুজনমানে মন্তব্য দিলে— "বাদ দিয়কহে বৰা, একদম ফ্লপ কাৰবাৰ। অসমত বহুত কাকত হৈছে আৰু। দিনে দিনে নতুন পেপাৰ ওলাব লাগিছে।" মই মুখ ফুটাই নক'লেও মনে মনে ভাবিলোঁ— বেটাহঁত, তিনি কোটিৰো অধিক লোক বাস কৰা ৰাজ্য এখনত বিশ-পঁচিশখন মান কাকত ওলায়, তাতে তহঁত অতিষ্ঠ হৈ পৰিছ, যেন কাকতবোৰে তহঁতক হেঁচা মাৰিহে ধৰিছে। কিন্তু গুৱাহাটীখনত যে অলিয়ে-গলিয়ে মদৰ দোকান হৈছে— তেতিয়া তহঁতে কোনোবা দিন ভাবিছনে ইমানবোৰ মদৰ বটল কেনেকৈ বিক্ৰী হ'ব? ৰাস্তাৰ দাঁতিত এখনো দোকান নথকা অসমত এতিয়া প্ৰায়বোৰ ৰাস্তাৰ দাঁতিতে অগণন ধাবা হৈছে— তহঁতে তেতিয়া ভাবিছনে যে মানুহ নহ'লে ইহঁতৰ ধাবাবোৰ কেনেকৈ চলিব? য'তে-ত'তে থকা J-14 ৰ উলংগ কুকুৰাবোৰৰ কি দুৰ্গতি হ'ব? আচলতে সিহঁতে এইবোৰ কথাও ভবা নাই আৰু বাতৰি কাকতৰ বিষয়েও একো ভবা নাই। সিহঁতে ক'ব লগা কাৰণে কিবা এটা কৈ দিছে। বেছিভাগ মানুহেই এনেকৈ কিবা এটা কৈ দিয়ে। আচৰিত কথা— এনেকৈ এনেয়ে কৈ দিয়া বহু কথাই কেতিয়াবা এটা সঁচা কথাৰ দৰে সমাজত চলি থাকে, কাৰণ 'অসমত বহুত বাতৰি কাকত হৈছে' এই কথাষাৰ তাৰ পিছতো আৰু মই বহুবাৰ শুনিছোঁ। এতিয়াও তেনে কথা ওলালে মই এই কথাষাৰ শুনো। অথচ মই বন্ধুকেইগৰাকীৰ এনে মন্তব্যৰ বিচাৰ কৰি মই গণ অধিকাৰৰ প্ৰস্তাৱনা সংখ্যাতে এটা প্ৰবন্ধ লিখি জনাইছিলোঁ যে উন্নত দেশবোৰৰ তুলনাত আমাৰ দেশত কাকত-পত্ৰৰ সংখ্যা দুখলগাকৈ কম।

মই মাজে মাজে মোৰ সেই বন্ধু কেইজনৰ কথা ভাবোঁ। ভাবোঁ মানে মই ইচ্ছা কৰি সিহঁতৰ কথা নাভাবোঁ। প্ৰসংগ উত্থাপন হ'লে সিহঁতৰ কথা মনত পৰি যায়। অসমৰ পৰা প্ৰকাশিত ২০/২৫ খন দৈনিক বাতৰি কাকতৰ এখনক বাদ দি কোনোখনেৰে বিক্ৰী লক্ষাধিক নহয়। দহ-পোন্ধৰখনৰ বিক্ৰী তিনিৰ পৰা পাঁচ হাজাৰমান। পাঁচখনমানৰ বিক্ৰী পাঁচৰ পৰা পোন্ধৰ-বিশ হাজাৰ। বাকী কেইখনৰ পঁচিশৰ পৰা চল্লিশ। দুখনমানৰ বিক্ৰী চল্লিশৰ পৰা ষাঠি-আশীৰ ভিতৰত। সকলোখিনি মিলালে অসমৰ সৰ্বমুঠ জনসংখ্যাৰ এক শতাংশমান মানুহে কাকত পঢ়ে বুলি ক'ব পাৰি। অৱশ্যে চৰকাৰী হিচাপত কোনোখন কাকতৰে বিক্ৰী হয়তো ত্ৰিশ-পঞ্চাশ হাজাৰৰ কম নহয়। সেইবোৰ হিচাপ তেনেকুৱাই। তাত কিছুমান বেলেগ অংক থাকে। গতিকে চৰকাৰী তথ্য আৰু বাস্তৱ সদায় একে নহয়। কিন্তু আচল তথ্যটো জনাৰ লগে লগেই মোৰ সিহঁতলৈ মনত পৰে— তহঁতে কিয় ইমান ডাঙৰ অসত্য এটা বুকুত বান্ধি লৈ আছ! অসমত দেখাত বহুত কাকত হৈছে হয়, কিন্তু সেই সংখ্যা উন্নত দেশৰ তুলনাত অতি নগণ্য আৰু তাতকৈও দুখ লগা কথা যে আজিও আমাৰ ৰাজ্যখনৰ এক শতাংশ মানুহেহে কাকত পঢ়ে।

মই যেতিয়া তেনেই সৰু আছিলোঁ, তেতিয়া জামুগুৰি হাটৰ শলগুৰিৰ বানেশ্বৰ চুতীয়া নামৰ শিক্ষক এগৰাকী আমাৰ ঘৰত আছিল। তেওঁ আমাৰ তাৰৈ হোৱাৰ বাবে দেউতাই আমাৰ তাতে থাকি কাম কৰিবলৈ দিছিল। মই মানুহজনৰ বিষয়ে বকলা নেমেলোঁ। কিন্তু তেওঁ থকা দিনবোৰত আমাৰ ঘৰলৈ এখন বাতৰি কাকত আহিছিল। পিছত মই অলপ ডাঙৰ হোৱাত হাইস্কুলৰ পৰা ঘৰলৈ ঘূৰাৰ বাটত কেতিয়াবা ভাবিৰাম বৰাই (ভাবিৰাম বৰদেউতা) পকা মজিয়াত বাতৰি কাকত এখন

মেলি লৈ পেট পেলাই পড়ি থকা দেখিছিলোঁ। কেতিয়াবা তেওঁ মোক মাতি নি খবৰ শুনাইছিল আৰু ভাতো খুৱাই পঠাইছিল। ইয়াৰ বাদে গাঁওখনত কোনেও কাকত পঢ়া মোৰ মনত নপৰে। এতিয়া আমাৰ ৰটোৱা গাঁওখনত প্ৰায় ডেৰশ ঘৰমান মানুহ হ'ল। শিক্ষিতৰ সংখ্যাও কম নহয়। প্ৰায়বোৰ ঘৰতে চাকৰিয়ালো আছে। তথাপি পাঁচ/ছ ঘৰমান মানুহৰ বাদে নিয়মিতভাৱে কাকত পঢ়াৰ অভ্যাস এতিয়াও গঢ় লৈ উঠা নাই। এইবোৰ কথা যদি মোৰ বন্ধু কেইজনে জানিলেহেঁতেন।

তেওঁলোকে এনেবোৰ কথাবোৰ জানিবলৈ চেষ্টাও কৰা নাই। অৱশ্যে এনেকুৱা কথাবোৰ জানি-শুনি আজিলৈকে কাৰনো কি লাভ হৈছে? আমি সকলোৱে জানো যে সকলো কথাতে লাভ-লোকচানৰ হিচাপ কৰাটো উচিত নহয়। তথাপি আমাৰ দেশনেতাৰ পৰা পণ্ডিতলৈকে সকলোবেৰেই জানো লাভ-লোকচানৰ অংক কৰিয়েই নচলে। আচলতে দেশ, জাতি, ভাষা, ৰাষ্ট্ৰীয় ঐক্য, সামাজিক সংহতি, দেশৰ সুৰক্ষা, ব্যক্তিত্বৰ মূল্যায়ন আদি বিষয়বোৰত লাভ-লোকচানৰ অংক মানি চলাটো একেবাৰে উচিত নহয়। বিশেষকৈ দেশৰ কল্যাণ, গণতন্ত্ৰ, সামাজিক সংহতি আদি বিষয়বোৰেও আমি লাভ-লোকচানৰ অংকৰ ঊৰ্ধত থাকি কথাবোৰ বিচাৰ কৰিব পাৰিব লাগে। ব্যক্তিগতভাৱে আমি বেছিভাগেই এনেবোৰ কথাৰ ঊৰ্ধত নহয়। আনকি গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ সংবাদ পত্ৰৰ ভূমিকাও এই ক্ষেত্ৰত সমালোচনাৰ ঊৰ্ধত নহয়।

অসমৰ প্ৰথম সংবাদ পত্ৰ অৰুনোদইৰ ঘোষিত লক্ষ্যত খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ কথা নাছিল যদিও এই কাকতখনে সেই কামটো অতি সচেতনভাৱে কৰিছিল। আনকি সেইটো কৰিবৰ বাবে তেওঁলোকে প্ৰচলিত হিন্দু ধৰ্মৰ বিৰুদ্ধেও প্ৰচাৰ চলাইছিল। উল্লেখনীয় কথা যে মিছনেৰীসকল আহিছিল ভাৰতত বৃটিছ সাম্ৰাজ্যবাদৰ ভিত্তি সবল কৰিবলৈ। সেয়েহে তেওঁলোকৰ কাম-কাজৰ মাজেৰে ঔপনিবেশিকতাবাদী শাসকৰ ইচ্ছা-আকাংক্ষাই ৰূপায়িত হৈছিল। ইয়াৰ পিছত প্ৰকাশিত প্ৰায়বোৰ কাকতেই আছিল অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ উৎসাহ আৰু উদ্যোগৰ ফল। ইয়াৰে 'টাইমচ অফ ইণ্ডিয়া' নামৰ কাগজখনে অসমীয়া আৰু ইউৰোপীয় চাহ খেতিয়কসকলৰ স্বাৰ্থকহে প্ৰতিনিধিত্ব কৰিছিল। 'আসাম বিলাসিনীয়ে' স্বাধীনতাৰ বাণী বিলাই জনস্বাৰ্থক প্ৰতিনিধিত্ব কৰিছিল যদিও গোষ্ঠী স্বাৰ্থৰ গণ্ডীৰ পৰা মুক্ত হ'ব পৰা নাছিল। ইয়াৰে বেছিভাগ কাকতে ছেগ চাই কঠীয়া পৰাৰ নীতি অনুসৰণ কৰিছিল। ইয়াৰ মাজতে অৱশ্যে 'চেতনা'ই এক বলিষ্ঠ দৃষ্টিভংগীৰে বৃটিছ সাম্ৰাজ্যবাদৰ স্বৰূপ উদঘাটন কৰিছিল। অসমৰ ভাষা-সাহিত্যক সবল নেতৃত্ব দি এটা ভাষাভিত্তিক জাতীয়তাবাদ গঢ়ি তোলাত সংবাদ পত্ৰসমূহৰ ভূমিকা নিশ্চয় বলিষ্ঠ আছিল সঁচা, কিন্তু সাম্ৰাজ্যবাদী ছত্ৰছায়াতে এনে জাতীয়তাবাদী শক্তি গোটাইছিল, স্বাধীনতাৰ অদম্য হেঁপাহ আৰু উদ্যোগৰ মাজেৰে নহয়। সেইবাবে সমসাময়িক কৃষক বিদ্ৰোহ, জনজাতীয় সমাজৰ আশা-আকাংক্ষা আদি বহু কথা অৱহেলিত হৈ থাকি গৈছিল। তথাপিও স্বাধীনতাৰ সময়লৈকে বা তাৰো কিছু বছৰ পিছলৈকে কাকত-আলোচনী প্ৰকাশৰ পিছপিনে সেৱাৰ আদৰ্শ কিছুদূৰ ক্ৰিয়া কৰি আছিল। গোষ্ঠীগত স্বাৰ্থ ভালেখিনি প্ৰতিফলিত হ'লেও তাৰ মাজে মাজে সত্যনিষ্ঠ চিন্তা বা সংবাদেও গুৰুত্ব পাইছিল।

বেজবৰুৱাৰ দৰে ভাষা-সাহিত্যৰ সেৱা কৰোঁ বুলি কোনেনো বাৰু কাকত উলিয়াই ফুৰিব। তথাপি তেনে এচাম লোক আছে। তেওঁলোকে ক্ষুদ্ৰ আলোচনী, ক্ষুদ্ৰ কাকত আদি উলিয়াই জনগণৰ হকে কাম কৰাৰ চেষ্টা কৰিছে। কিন্তু সাংবাদিকতাৰ জগতখন মূলতঃ এতিয়া ব্যৱসায়িক। অৰ্থাৎ সাংবাদিকতা এক উদ্যোগলৈ ৰূপান্তৰিত হোৱাৰ ব্যৱসায়েই ইয়াৰ মূল কথা হৈ পৰিছে। তথাপি ভাৰতীয় পৰম্পৰাই দেখাত সংবাদ পত্ৰৰ মালিক আৰু পৰিচালকসকলক দূৰত ৰাখিছে। এওঁলোকক সাংবাদিকৰ স্বাধীনতাত হস্তক্ষেপ কৰিবলৈ দিয়া হোৱা নাই। কিন্তু পাকে-প্ৰকাৰে এই পৰম্পৰাৰ এতিয়া জোৰ-বল নোহোৱা হৈছে। সংবাদ-পত্ৰ প্ৰকাশত আগভাগ লোৱা বৃহৎ মালিকসকলে অৰ্থনৈতিক আৰু ৰাজনৈতিক শক্তিক তেওঁলোকৰ স্বাৰ্থৰ অনুকূলে ৰখাৰ বাবেই সংবাদ-পত্ৰসমূহক ব্যৱহাৰ কৰিবলৈ বিচাৰে। ছেগ চাই এওঁলোকে কোনোবাদিনা প্ৰগতিবাদী ৰূপ লৈছে আৰু কোনোবাদিনা জাতীয়তাবাদৰ ধুন গাইছে। প্ৰয়োজন বুজি সাংবাদিকতাকো উচতনি দিছে। এতিয়া বৈদ্যুতিন মাধ্যমত একপ্ৰকাৰ কিছুমান কথা এনেদৰে প্ৰচাৰ কৰি থকা হয়, যিবোৰে আমাৰ বিজ্ঞান মনস্কতা, স্বাধীন চিন্তা সকলোবোৰতে খেলি-মেলি লগাই দিয়ে। অসমৰ শেহতীয়া বি,টি,এডি সংঘৰ্ষ, তৰুণ গগৈ আৰু বিসম্বাদ, জেহাদী আদি বিষয়বোৰত সংবাদ পত্ৰ আৰু বৈদ্যুতিন মাধ্যমসমূহৰ স্থিতি যে সম্পূৰ্ণ দুটা মেৰুত আছে সেই কথাও প্ৰায় স্পষ্ট হৈ পৰিছে। এনেবোৰ সময়ত মালিক পক্ষৰ ইচ্ছানুসৰিয়েই সংবাদ মাধ্যম পৰিচালিত হয়। তদুপৰি কেৱল ধনৰ বাবেই, কাকত, টিভি সকলোতে ভুৱা ডাক্তৰৰ বিজ্ঞাপন, লিংগবৰ্ধক ঔষধৰ বিজ্ঞাপন, হস্তৰেখা, কোষ্ঠীবিচাৰ, গ্ৰহৰত্ন আদিৰ বিজ্ঞাপন প্ৰচাৰ

কৰা হয়। সাধাৰণ পাঠকক এনেবোৰ বিষয়ে বিভ্ৰান্ত কৰে, সৰ্বস্ৰান্ত কৰে। বেজবৰুৱাই তেওঁৰ কৃপাবৰী ৰচনাত 'জুগুলী' কাকতৰ যি ৰূপৰেখা দাঙি ধৰিছিল তাত তেওঁ ফটুৱাই ফটাৰ দৰৱৰ বিজ্ঞাপন দিছিল। 'অমুক শৰ্মা পণ্ডিত শান্তি কৰম, গ্ৰহযজ্ঞ আদিৰ বিষয়ে লিখিব' বুলি সাধাৰণ বিজ্ঞাপন দিছিল। অসমৰ বাতৰি কাকত এনেবোৰ নমুনাৰ পৰা এতিয়াও মুক্ত হ'ব পৰা নাই।

১৯৯০ চনত মেইনষ্ট্ৰিম পত্ৰিকাৰ ২০অক্টোবৰ সংখ্যাত এচ, চিবানন্দন নামৰ নিবন্ধকাৰ গৰাকীয়ে মণ্ডল, মছজিদ, মন্দিৰ আদি বিষয়ত সংবাদ পত্ৰসমূহৰ সন্দেহজনক ভূমিকা সম্পৰ্কে এক সমীক্ষা দাঙি ধৰিছিল। তাৎপৰ্যপূৰ্ণ যে 'দি টাইমচ্ অব ইণ্ডিয়া, ইণ্ডিয়ান এক্সপ্ৰেছ আৰু দা হিন্দু কাকত'ৰ ভিত্তিত চলোৱা এই সমীক্ষাৰ মাজেৰে তেওঁ দেখুৱাইছে যে ''মানুহৰ মৃত্যুৰ বিষয় প্ৰচাৰ মাধ্যম সংবেদনশীল নহয়। অৱশ্যে নিহত ব্যক্তিজন যদি হিন্দু, উচ্চবৰ্ণৰ নগৰীয়া লোক হয় তেনেহ'লে কথাটো বেলেগ। কিছুমান অৰ্থত হিন্দু-মুছলমানৰ বিবাদ প্ৰচাৰ-মাধ্যমৰ দ্বাৰা স্বীকৃত বিষয়। উচ্চবৰ্ণৰ নগৰীয়া হিন্দুমহলে ৰাষ্ট্ৰক প্ৰত্যাহ্বান জনাই ৰাজপথলৈ ওলাই অহা দৃশ্যই সংবাদ পত্ৰই যিমান উৎকণ্ঠিত কৰে, সাম্প্ৰদায়িক সংঘৰ্ষৰ নিৰৱচ্ছিন্ন ৰক্তক্ষণৰ ঘটনাই সিমান নকৰে আৰু 'জাতিক' টুকুৰা টুকুৰ কৰা জাতীয় আলংকাৰিক বক্তব্যও সংবাদ পত্ৰত প্ৰকাশ নাপায়।'' (দুলুমণি শৰ্মাৰ অনুবাদৰ পৰা লোৱা)

সংবাদ পত্ৰৰ ভূমিকা সম্পৰ্কত চলা এনেধৰণৰ সমীক্ষাই দেখুৱাই যে সংবাদ মাধ্যমে বহু সময়ত পক্ষপাতমূলক সংবাদ পৰিবেশন কৰে আৰু ৰাষ্ট্ৰযন্ত্ৰৰ স্বাৰ্থৰ অনুকূলে কাম কৰে।

অলপ ব্যক্তিগত অভিজ্ঞতাৰ কথাও যোগ দিওঁ। ১৯৯৪ চনত আমি মানৱ কল্যাণ সংস্থা নামৰ সংগঠন এটিৰ তৰফৰ পৰা অসমৰ প্ৰাথমিক শিক্ষাৰ সমস্যা সম্পৰ্কত এখন ৰাজ্যিক স্তৰৰ আলোচনা চক্ৰ পাতিছিলোঁ। তাত চাৰিজনকৈ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য উপস্থিত আছিল। অনুষ্ঠান উদ্বোধন কৰিবলৈ অহাৰ কথা আছিল কিৰণ বেদী। অনুষ্ঠানটোৰ আগদিনালৈকে সাংবাদিকসকলে মোক তৎ দিয়া নাছিল। কিন্তু আগদিনা ৰাতি কিৰণ বেদী নহাটো খাটাং হোৱাৰ পিছত উক্ত আলোচনাত কোনো সাংবাদিক নাথাকিল। অথচ সেই আলোচনাত কেইবাটাও উল্লেখনীয় সিদ্ধান্ত হৈছিল— তাৰ ভিতৰত আছিল প্ৰথমিক স্তৰত ইংৰাজী ভাষাৰ পাঠ্যক্ৰম সংযোজন কৰাৰ কথা, যিটো পিছলৈ থানেশ্বৰ বড়ো ডাঙৰীয়া শিক্ষামন্ত্ৰী থাকোঁতে চৰকাৰেও গ্ৰহণ কৰিছিল। পিছত যেনিবা সুস্থ পৰিচালনাৰ অভাৱত সেইটো বুমেৰাং হ'লগৈ। অথচ তেতিয়াই যদি প্ৰাথমিক স্তৰৰ চৰকাৰী বিদ্যালয়ত ইংৰাজী বিষয়টো সংযোজিত হ'লহেঁতেন আৰু ল'ৰা-ছোৱালীয়ে প্ৰাইভেট স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ দৰে দুই-এটা ইংৰাজী শব্দ কৈ মাক-বাপেকক সন্তুষ্টি দিব পাৰিলেহেঁতেন, তেনেহ'লে হয়তো অসমৰ চৌদিশে এনেদৰে ব্যক্তিগত খণ্ডৰ বিদ্যালয় গঢ় লৈ নুঠিলহেঁতেন আৰু চৰকাৰী বিদ্যালয়বোৰে এনেদৰে মৰিশালীৰ দৰে নহ'লহেঁতেন।

গতিকে তেলীৰ মূৰত তেল দিয়া দস্তুৰটো সংবাদ মাধ্যমৰ মাজতো আছে। আন এটা উল্লেখনীয় কথা কোৱাৰ প্ৰয়োজন। আমাৰ প্ৰতিষ্ঠিত লেখক-সমালোচকসকলৰ ক্ষেত্ৰতো অৰ্থই বহু কাম কৰে। কেৱল যে বৃহৎ ব্যৱসায়ীসকলহে স্বাৰ্থমতে চলে তেনে নহয়। পখীসব উৰয় পখা অনুসাৰে। এনে বিয়াগোম লেখকসকলৰ যিহেতু লিখিব পৰা ক্ষমতা আছে, এতেকে তেওঁলোকেও ধন দিলেহে লেখা দিয়ে। বহু সময়ত তেওঁলোকে একেবাৰে দৰকাৰী ঠাইতো লিখিবলৈ আহৰি নাপায়। অৱশ্যে তাৰ মাজতে কেতিয়াবা তেনেই একোটা সৰু গ্ৰামাঞ্চলৰ অনুষ্ঠানৰ বাবে একলম লিখি দি তেওঁলোক যে গণমুখী ব্যক্তি সেই কথা প্ৰতিপন্ন কৰি থাকে। তেওঁলোকেও মূলতঃ তেনে কাকততহে লিখে যিবোৰৰ মাননী ভাল। এতেকে সাতে-সোতৰেই মিলি ব্যৱস্থাটো চলি থাকে।

সংবাদ পত্ৰ বা সংবাদ মাধ্যমে মফচলীয়া সাংবাদিকসকলক যথাযোগ্য গুৰুত্ব নিদিয়ে। আনকি বহু সময়ত বহু সাংবাদিকে ফেক্সৰ বিল, ফটোৰ বিল আদিও আদায় নাপায়। এতেকে তেওঁলোকেও স্থানীয় ক্ষমতাশালী লোক, প্ৰভাৱশালী নেতা আৰু বিষয়াৰ সৈতে বুজাবুজি কৰি উদ্যোগটো চলাই থাকে। মানে সেইদৰে চলাই থাকিবলৈ তেওঁলোকক বাধ্য কৰোৱা হৈছে। তাৰ মাজতে আকৌ চৰকাৰেও বহু সাংবাদিকক নিজৰ আওতাৰ ভিতৰত আনিবলৈ ধনে-বলে সকলো ফালৰ পৰা চেষ্টা কৰি থাকে।

এই সকলোবোৰ সীমাবদ্ধতাৰ মাজতো বহু সময়ত একমাত্ৰ সংবাদ মাধ্যমৰ ভূমিকাৰ বাবেই বহু বিপদজনক ঘটনাৰ পৰা ৰাইজ ৰক্ষা পৰিছে, বহু গুৰুত্ব নোপোৱা কথাই গুৰুত্ব পাইছে, বহু সময়ত চৰকাৰকো বহু হঠকাৰী সিদ্ধান্ত লোৱাৰ পৰা সংবাদ পত্ৰই আঁতৰত ৰাখিব পাৰিছে বা বহু গুৰুত্বপূৰ্ণ বিষয়ত বিতৰ্কৰো সূচনা কৰিছে। নিশ্চিতভাৱেই গণতন্ত্ৰক শক্তিশালী কৰাত এনেবোৰ উদ্যম প্ৰশংসনীয় আৰু সেইবাবেই সংবাদ মাধ্যম আজিও সকলোৰে বাবে অপৰিহাৰ্য।

# বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ 'মৃত্যুঞ্জয়' উপন্যাসত লোক-সাংস্কৃতিক উপাদান

গীতুমণি শৰ্মা

অসমীয়া সাহিত্য কাননৰ এগৰাকী বিশিষ্ট সাহিত্যিক বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ 'মৃত্যুঞ্জয়' এক লেখত ল'বলগীয়া কৃতি। এইখন উপন্যাসৰ বাবেই তেওঁ অসমীয়া সাহিত্যলৈ পোন প্ৰথমবাৰৰ বাবে জ্ঞানপীঠ বঁটা আনিবলৈ সক্ষম হয়। তেওঁ একেধাৰে কবি, গল্পকাৰ, প্ৰবন্ধকাৰ আৰু ঔপন্যাসিক হ'লেও মূলতঃ এগৰাকী ঔপন্যাসিক হিচাপেহে অধিক সমাদৃত।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ উপন্যাসৰাজি প্ৰধানতঃ গঢ়ি উঠিছে বাস্তৱ ঘটনাক কেন্দ্ৰ কৰি। তেওঁ কেইবাখনো উপন্যাস ৰচনা কৰিছে ঃ 'ৰাজপথে ৰিঙিয়াই' (১৯৫৫), 'আই' (১৯৬০), 'ইয়াৰুইঙ্গম' (১৯৬০), 'ভাৰতী' (১৯৬০), কালৰ হুমুনিয়া (১৯৬২), 'শতঘ্নী' (১৯৬৫), 'এটি নিশাৰ পটভূমি' (১৯৭০), 'প্ৰতিপদ' (১৯৭০), 'মৃত্যুঞ্জয়' (১৯৭০), 'কবৰ আৰু ফুল' (১৯৭২), 'বল্লৰী' (১৯৭৩), 'মুনিচুনিৰ পোহৰ' (১৯৭৬) আদি। এই গোটেই কেইখন উপন্যাসৰে পটভূমি বাস্তৱ।

'মৃত্যুঞ্জয়' উপন্যাসখনো ভাৰতৰ স্বাধীনতা আন্দোলনৰ বাস্তৱ পটভূমিৰ আধাৰত ৰচিত। সেই সময়ত ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশৰ লগতে অসমতো স্বাধীনতা আন্দোলনে সৰ্বাত্মক ৰূপ পৰিগ্ৰহ কৰিছিল। এফালে মহাত্মা গান্ধীৰ অহিংস আন্দোলন আৰু আনফালে সুভাষ চন্দ্ৰ বসুৰ সশস্ত্ৰ যুদ্ধ— এই দুই আন্দোলনৰ ঢৌৱে সেই সময়ৰ অসমীয়া সমাজক জোকাৰি গৈছিল। তাৰেই এক জ্বলন্ত ছবি উপন্যাসখনত চিত্ৰিত হৈছে। আনকি বৈষ্ণৱ পন্থীসকল, যিসকলৰ বাবে অহিংসাই আছিল মূলমন্ত্ৰ তেওঁলোকেও হিংসাত্মক আন্দোলনত প্ৰবৃত্ত হৈছিল। দৰাচলতে প্ৰাক স্বাধীনতাকালীন অসমীয়া সমাজত স্বাধীনতা আন্দোলনক লৈ যি জনজাগৰণৰ সৃষ্টি হৈছিল তাৰ প্ৰত্যক্ষ সাক্ষী আছিল ঔপন্যাসিক নিজে। 'মৃত্যুঞ্জয়' উপন্যাসৰ পাতনিত তেওঁ লিখিছে—

"এই উপন্যাসত বৰ্ণোৱা ঘটনাৰ কাল ১৯৪২ চন। চৰিত্ৰসমূহ কাল্পনিক। অৱশ্যে ইয়াত স্বাধীনতাৰ শেষ আন্দোলনৰ চিৰস্মৰণীয় ঘটনাৱলীৰ আভাস আৰু চিত্ৰণ আছে। ই ইতিহাস নহয়। নিজৰ কালত ঘটা ঘটনাৰ আলম লৈ ৰচা কাহিনীহে। এই ঘটনাবোৰ আন যুগৰ মানুহে অথবা ঐতিহাসিকে আনধৰণে চাব আৰু সেইবোৰৰ বেলেগ ব্যাখ্যা দিব। তথাপি ৰচকে নিজে দেখা সেই মহৎ জাগৰণ, তাত লিপ্ত হৈ অনুভৱ কৰা উত্তোলনৰ ভাব আৰু তাৰ মাজেদি প্ৰত্যক্ষ কৰা স্বপ্ন— এইবোৰ জনাবলৈ অন্য যুগৰ লেখক বুৰঞ্জীবিদ সমৰ্থ হ'ব বুলি আমাৰ ধাৰণা নহয়।...." (ভট্টাচাৰ্য, বীৰেন্দ্ৰ কুমাৰ, পাতনি, 'মৃত্যুঞ্জয়')

লেখকৰ এনে এক চাক্ষুষ অভিজ্ঞতাৰে লিখিত ৰূপ হ'ল 'মৃত্যুঞ্জয়' উপন্যাস। উপন্যাসখনত সেই সময়ত অসমৰ বিভিন্ন অঞ্চল স্বাধীনতা আন্দোলনক কেন্দ্ৰ কৰি যিবোৰ ঐতিহাসিক ঘটনা সংঘটিত হৈছিল তাৰ নিদৰ্শন থাকিলেও মূলতঃ নগাঁওক কেন্দ্ৰ কৰি ৰেল বগৰোৱা, বোমাৰে দলং উৰুওৱা আদি যিবোৰ বিক্ষিপ্ত ঘটনা সংঘটিত হৈছিল তাৰ সজীৱ চিত্ৰ চিত্ৰিত হৈছে।

উপন্যাসখন অসমৰ স্বাধীনতা আন্দোলনক কেন্দ্ৰ কৰি ৰচিত হ'লেও তাৰ মাজতো কিন্তু অসমীয়া পৰম্পৰাগত সমাজৰ ধ্যান-ধাৰণা, ৰীতি-নীতি, বিশ্বাস-অবিশ্বাস, ধৰ্মীয় পৰম্পৰা, আচাৰ-ব্যৱহাৰ আদি প্ৰতিফলিত নোহোৱাকৈ থকা নাই। বৈষ্ণৱ পৰম্পৰাৰ দ্বাৰা উদ্বুদ্ধ এখন পৰম্পৰাগত অসমীয়া সমাজৰ সজীৱ চিত্ৰ ঔপন্যাসিকে উপন্যাসখনত চিত্ৰিত কৰিছে। ঔপন্যাসিকে কৌশলতাৰে অসমীয়া লোক-সংস্কৃতিৰ সমলসমূহ উপন্যাসখনত টানি আনিছে।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই তেওঁৰ 'মৃত্যুঞ্জয়' উপন্যাসৰ কাহিনীৰ উপস্থাপন, চৰিত্ৰ চিত্ৰণ, পৰিৱেশ-পৰিস্থিতি সৃষ্টিত লোক-সাহিত্যৰ বিবিধ উপাদান যেনে— লোকভাষা, ফকৰা যোজনা, পটন্তৰ-প্ৰবচন আদি সাৰ্থকভাৱে প্ৰয়োগ কৰা দেখা যায়। দৰাচলতে

ঔপন্যাসিকে অতি সচেতনভাৱে বিভিন্ন চৰিত্ৰৰ উক্তিৰ মাজেদি অসমীয়া প্ৰাত্যহিক জীৱনত প্ৰয়োগ হোৱা বিভিন্ন ফকৰা-যোজনা আৰু খণ্ডবাক্যৰ প্ৰকাশ কৰিছে। এই সম্পৰ্কত তেওঁ নিজেও স্বীকাৰ কৰিছে যে 'মৃত্যুঞ্জয়'ৰ মাজেদি তেওঁ অসমীয়া কথ্য-ভাষাৰ প্ৰয়োগৰ এক পৰীক্ষামূলক প্ৰচেষ্টা চলাইছিল (খাউন্দ মলয়া, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আৰু তেওঁৰ উপন্যাস, পৃঃ ১৩)। তলত মৃত্যুঞ্জয় উপন্যাসত প্ৰয়োগ কৰা কেতবোৰ ফকৰা-যোঁজনা আৰু খণ্ডবাক্য উল্লেখ কৰা হ'ল—

১।কেঁচা বৰলক জোকাই ল'লে গা সাৰিবলৈ টান, 'মৃত্যুঞ্জয়', পৃঃ ১

২। ফাঁট্ মেলা বসুমতী পাতালে লুকাওঁ, উঃ গ্ৰন্থ, পৃঃ ৪

৩। ডাঁৰৰ বাতৰি ডাঁৰে পাই থকা, উঃ গ্ৰন্থ, পৃঃ ৭

৪। মাৰি যাওঁ মৰি যাওঁ গুৰুৰ ঋণ শুজি যাওঁ, উঃ গ্ৰন্থ, পৃঃ ১১

৫। আন্ধাৰ নহয় যেন ইন্দ্ৰজিতৰ নাগপাশ, উঃ গ্ৰন্থ, পৃঃ ১৪

৬। আনিবলৈ কৈলোঁ মৈখান, আনি দিলে ধনুখান, উঃ গ্ৰন্থ, পৃঃ ৪৫

৭। খেতিৰ ফল ধান, সংসাৰৰ ফল সন্তান, উঃ গ্ৰন্থ, পৃঃ ৪৬

৮। দহো আঙুলিয়ে খায়, বুঢ়াই হেঁচুকিলেহে যায়, উঃ গ্ৰন্থ, পৃঃ ৭৪

৯। মাউখে উজালে গুৰি পৰুৱাৰ মৰণ নাই, উঃ গ্ৰন্থ, পৃঃ ৭৫

১০। আহক বাৰিষা কাটক পাত, বৈ যা ভিনিহি খাই যা ভাত, উঃ গ্ৰন্থ, পৃঃ ১১৩

১১। ঢাল নাই তৰোৱাল নাই, নিধিৰাম চৰ্দাৰ, উঃ গ্ৰন্থ, পৃঃ ১৪৬

১২। পুৰুষৰ ৰণ তিৰীৰ বিয়ন, উঃ গ্ৰন্থ, পৃঃ ২২২

১৩। অতি দৰ্পে হত লঙ্কা, উঃ গ্ৰন্থ, পৃঃ ২৬১

লোকভাষাত গালি-শপনি বাচক শব্দয়ো এক বুজন অংশ অধিকাৰ কৰি থাকে। 'মৃত্যুঞ্জয়' উপন্যাসতো তেনে গালিবাচক শব্দৰ ব্যৱহাৰ পৰিলক্ষিত হয়। যেনে— 'মৰিবলৈ ধৰা', 'হতচিৰী হোৱা', 'জহনীত যোৱা', 'চদকা খোৱা' ইত্যাদি।

অসমীয়া গাঁৱলীয়া লোকৰ কথনভংগীও ঔপন্যাসিকে উপন্যাসখনত সংযোজন কৰিছে। ভকতীয়া গ্ৰাম্য চৰিত্ৰৰ প্ৰতিনিধি আহিনা কোঁৱৰৰ কথা-বতৰাত অসমীয়া গাঁৱলীয়া লোকৰ কথনভংগী পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে তলত এফাঁকি উদ্ধৃতি দিয়া হ'ল—

হেৰ কামপুৰীয়া.. এই কালটো মূৰত লৈ
ক'লৈ যাৱ কৃষ্ণক চিন্তি....

নগাঞা গাঁৱলীয়া লোকসকলৰ কথনভংগী এই উপন্যাসত ফুটি উঠিছে। নগাঞা সমাজৰ বৈষ্ণৱ পৰম্পৰাৰ প্ৰকাশ মাণিক বড়া, আহিনা কোঁৱৰ আদি চৰিত্ৰৰ কথা, আচাৰ-ব্যৱহাৰত ধৰা পৰে। যেনে—

জয়ৰামে সুধিলে কোন সত্ৰৰ ভকত বুলিলে?
মাণিক বৰাই আথে-বেথে মাত লগালে
— কুৰুৱাবহিৰ।
জয়ৰামে ক'লে— চাৰ সত্ৰৰে এখন।
মই কেইবাবাৰো ৰাসত গৈছিলো বুজিছে।
........ ....... ........
ভিভিৰামে সুধিলে— আপোনালোকে ৰাধাকো
মানে হ'ব পায়?
অ'। কীৰ্তন দশম একা? উৱা, নেমানিম কিয়?
সকলো ভাগৱতৰহে কথা। ভক্তিৰ প্ৰকাৰটো
সামান্য বেলেগ। জয়ৰামে ক'লে।
('মৃত্যুঞ্জয়', পৃঃ ২৬-২৭)

কীৰ্তন, বৰগীত, ঘোষা, দশম আদিৰ পদৰ সঘন প্ৰয়োগ উপন্যাসখনত পৰিদৃষ্ট হয়। বৈষ্ণৱ ধৰ্মৰ আদৰ্শ আৰু আচৰণৰ দ্বাৰা পৰিচালিত পৰম্পৰাগত অসমীয়া সমাজৰ লোকৰ মুখত কীৰ্তন, দশমৰ পদ, বৰগীত আদিৰ প্ৰকাশ স্বাভাৱিক। সেয়ে উপন্যাসখনৰ অনেক ঠাইত একাধিকবাৰ এনে পদ, ঘোষা আদিৰ প্ৰয়োগ পৰিলক্ষিত হয়। তলত এফাঁকি নিদৰ্শনস্বৰূপে দিয়া হ'ল—

বিনা আপদত যিটো নিজ ধৰ্ম চাড়ে।
যমদূতে ধৰি তাকে অসিপত্ৰে পাৰে।
চাবুকে কোবায়ে আতি ত্ৰাসতে লৰৰে।
ছেদে অংগ অসিতে মূৰ্চা গৈয়া পৰে।
ঘোৰ তাল বনপত্ৰ খুৰতৰ ধাৰ।
স্বৰ্ধম ত্যাগীক কাটি কৰে বুন্দামাৰ।
তেজি নিজ ধৰ্ম পাষণ্ডৰ পাৰে গতি।
শুকৰ মুখৰ কথা শুনিয়ো সম্প্ৰতি।।
('মৃত্যুঞ্জয়', পৃঃ ৫৮)

লোকভাষা প্ৰয়োগৰ লগত 'মৃত্যুঞ্জয়' উপন্যাসত অসমীয়া লোকাচাৰৰো সুন্দৰ প্ৰতিফলন ঘটিছে। লোকাচাৰ হৈছে কোনো জনসমষ্টিয়ে পৰম্পৰাগতভাৱে পালন কৰা আচাৰ-নীতি, ক্ৰিয়াকলাপৰ সমষ্টি। উপন্যাসখনত অসমীয়া লোকসমাজৰ

বিভিন্ন আচাৰ-নীতিৰ প্ৰতিফলন দেখা যায়।

অসমীয়া লোক জীৱনত বনৌষধিৰ স্থান গুৰুত্বপূৰ্ণ। আদা, মানিমুণি, মহানিম, নৰসিংহ, আমলখি আদিক বনৌষধিৰূপে গাঁৱলীয়া বেজে প্ৰয়োগ কৰে আৰু গঞা লোকেও সেইবোৰৰ জৰিয়তে ৰোগ নিৰ্মূল হয় বুলি গভীৰভাৱে বিশ্বাস কৰে। 'মৃত্যুঞ্জয়' উপন্যাসতো বনৌষধি প্ৰয়োগৰ চিত্ৰ দেখিবলৈ পোৱা যায়। উদাহৰণস্বৰূপে, গোঁসায়ে কাঁহ নিৰাময়ৰ বাবে মকৰধ্বজ, মৰাণ আদাৰ ব্যৱহাৰ কৰা উপন্যাসখনত দেখিবলৈ পোৱা যায়।

অসমীয়া লোকসমাজত তন্ত্ৰ-মন্ত্ৰৰ প্ৰভাৱ অপৰিসীম। মন্ত্ৰৰ বলেৰে জৰা-ফুকা কৰি ৰোগ নিৰাময় কৰা, দেৱতা, ভূত-প্ৰেত খেদা, মানুহক বীৰা লম্ভোৱা আদি কাম কৰিব পাৰে বুলি অসমীয়া মানুহৰ মাজত অতীজৰ পৰাই বিশ্বাস প্ৰচলিত হৈ আহিছে। 'মৃত্যুঞ্জয়' উপন্যাসখনো তন্ত্ৰ-মন্ত্ৰৰ স্থান মায়ং অঞ্চলক কেন্দ্ৰ কৰি গঢ় লৈ উঠা বাবেই উপন্যাসখনত মায়ঙৰ বেজ বেজালিৰ চিত্ৰ আহিনা কোঁৱৰ, জয়ৰাম আদি চৰিত্ৰৰ মাজেৰে ফুটি উঠিছে। মিলিটেৰীৰ পাশৱিক অত্যাচাৰত ধৰ্ষিতা হোৱা নাৰী সুভদ্ৰাই আত্মহত্যা কৰা কাৰ্যক গোঁসানীয়ে অপদেৱতাৰ কাম বুলিহে ঠাৱৰ কৰিছে।

> বেজটোৱে কৈছে হেনো এইবোৰ অপদেৱতাৰ
> বন। আশ্ৰমৰ দাঁতিৰ আঁহত গছজোপা বৰ
> জঁয়াল। তাত বুঢ়া ডাঙৰীয়া আছে আৰু
> আন আন অপদেৱতাও আছে। তাৰে
> কোনোবা এটাই পাইছিল। ('মৃত্যুঞ্জয়')

অসমীয়া সমাজত কিছুমান জন্তুক অমঙ্গলৰ প্ৰতীক ৰূপে গণ্য কৰা হয়। 'মৃত্যুঞ্জয়' উপন্যাসতো 'ফেঁচা' আৰু 'হুদু' চৰাইক আহিনা কোঁৱৰে অমঙ্গলৰ প্ৰতীক ৰূপে গণ্য কৰিছে।

অসমীয়া বৈষ্ণৱ মহন্ত, গোঁসাইসকলৰ আচাৰ-ব্যৱহাৰ, খোৱা-বোৱা, থকা-মেলাৰ এক সম্যক চিত্ৰ ঔপন্যাসিকে ফুটাই তুলিছে। উদাহৰণস্বৰূপে, গোঁসানীয়ে বাঁহী গাৰে স্বামীক আখলৰ চাঙৰ পৰা দৰৱ পালি আনি দিবলৈ দ্বিধাবোধ কৰা, ধনপুৰহঁতৰ পাতত গোঁসানীয়ে খাদ্যবস্তু ওপৰৰ পৰা ঢালি দিয়া আদি চিত্ৰই বৈষ্ণৱ সমাজৰ আচাৰ-নীতিক স্পষ্ট ৰূপত প্ৰকাশ কৰিছে।

অসমীয়া খাদ্য সম্ভাৰৰ চিত্ৰও উপন্যাসখনত ফুটি ওলাইছে। পিঠাগুড়ি, কোমল চাউল, দৈ, গাখীৰ, মাটি-কাদুৰী, নৰসিংহৰ জোল, পাভ মাছৰ টেঙা আঞ্জা, ঢেকীয়া শাকৰ ভজা, মাটি মাহৰ আঞ্জা, খৰিয়া মাছৰ আঞ্জা, কণ জহা চাউলৰ ভাত, কলডিলৰ ভজা আদি অসমীয়া সুস্বাদু খাদ্যৰ সোৱাদ দিবলৈও ঔপন্যাসিকে পাহৰা নাই। লগতে চাহ, পান-তামোল আৰু কানিৰ প্ৰচলনৰ আভাসো ঔপন্যাসিকে দাঙি ধৰিছে। 'মৃত্যুঞ্জয়' উপন্যাসত যিখন অসমীয়া সমাজৰ চিত্ৰ দেখুওৱা হৈছে সেয়া বৈষ্ণৱধৰ্মী সমাজ হ'লেও অসমত যে প্ৰাচীন কালৰে পৰা শৈৱ, শাক্ত আদি ধৰ্মৰো প্ৰচলন হৈ আহিছে তাৰ আভাসো উপন্যাসখনত পোৱা যায়। গণেশ পূজা কৰা, বুঢ়া-বুঢ়ীৰ থানলৈ মানস কৰা আদিৰ পৰা ইয়াৰ উমান পোৱা যায়। তাৰোপৰি অসমীয়া সমাজত কোনো বস্তু লাভৰ উদ্দেশ্যে যে দেৱ-দেৱীৰ থানলৈ কিবা মানস কৰা হয়, দেৱ-দেৱীৰ উদ্দেশ্যে বলি-বিধান কৰা হয় তাৰ চিত্ৰ ধনপুৰে বুঢ়া-বুঢ়ীৰ থানলৈ ক'লা পাঠা আগ কৰা, মধুৱে গণেশ দেৱতালৈ ৰৌমাছ আগ কৰা আদিৰ পৰা জানিব পাৰি।

উৎসৱ-অনুষ্ঠানৰ ভিতৰত বিবাহৰ চিত্ৰ উপন্যাসখনত পোৱা যায়। তাৰোপৰি অসমীয়া সাজপাৰ, বয়ন শিল্প, অসমীয়া স্থাপত্য কলা, ঘৰ-দুৱাৰ আদিৰ পৰিচয়ো উপন্যাসখনত পোৱা যায়।

অসমীয়া লোক জীৱনৰ চিত্ৰণৰ লগতে উপন্যাসখনত গাৰো জনজাতীয় জীৱনৰ চিত্ৰও বিৰিঙি উঠিছে। গাৰো সমাজৰ ৰংকেৰ আৰু ৱাংগালা উৎসৱৰ বিৱৰণ উপন্যাসখনত পোৱা যায়।

মূলতঃ ভাৰতৰ স্বাধীনতা আন্দোলনৰ দৰে এক ঐতিহাসিক ঘটনাৰ আধাৰত 'মৃত্যুঞ্জয়' উপন্যাসখন ৰচিত হ'লেও দৰাচলতে উপন্যাসখনত গভীৰ ধৰ্মীয় পৰম্পৰাত বুৰ গৈ থকা সমাজ এখন স্বাধীনতা আন্দোলনৰ যুঁজত কেনেকৈ নিমজ্জিত হ'ল তাকেই দেখুৱাইছে। তাকে কৰিবলৈ যাওঁতে অসমীয়া পৰম্পৰাগত সমাজখন উপন্যাসখনত নিৰ্ভেজাল ৰূপত প্ৰকাশ পাইছে। দৰাচলতে ঔপন্যাসিক ভট্টাচাৰ্য্য অসমীয়া লোক-সংস্কৃতিৰ সৈতে গভীৰভাৱে পৰিচিত আছিল। সেয়ে উপন্যাসখন ৰচনা কৰাৰ সময়ত সিবোৰ সমলে তেওঁৰ ৰচনাত স্বতঃস্ফূৰ্তভাৱে ভূমুকি মাৰিছিল। যথাৰ্থ আৰু নিখুঁত ৰূপত প্ৰয়োগ কৰা এনে সমলে উপন্যাসখন অধিক জটিল কৰি তুলিছে।

**সহায়ক গ্ৰন্থপঞ্জী ঃ-**

১। খাউন্দ মলয়া, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আৰু তেওঁৰ উপন্যাস

২। ভট্টাচাৰ্য্য, বীৰেন্দ্ৰ কুমাৰ, 'মৃত্যুঞ্জয়'

ধাৰাবাহিক



# জীৱনৰ কথা

**শশী শৰ্মা**

*(যোৱা সংখ্যাৰ পিছৰ পৰা)*

**অ**ধ্যক্ষ গোস্বামীয়ে তাৰ উমান পায় আৰু মোৰ পৰা ৰক্ষা পোৱাৰ অৰ্থে উপায় চিন্তিবলৈ ধৰিলে। মই কলেজত যোগদান কৰাৰ আগতে অধ্যক্ষ গোস্বামী আছিল অভয়াপুৰী অঞ্চলৰ সৰ্বেসৰ্বা। মই নিজে কোনোদিন ক্ষমতা বা প্ৰতিপত্তি বিচৰা নাই। মই কাম কৰিহে ভাল পাওঁ। বৰহাটৰ দৰে অভয়াপুৰীতো দুই-এটা কাম হাতত লৈছিলোঁ। অভয়াপুৰীত ১৯৫৮ চনৰ ডিচেম্বৰৰ শেষৰফালে কলেজ শিক্ষক সংস্থাৰ অধিবেশন অনুষ্ঠিত হৈছিল। সন্মিলন উপলক্ষে আয়োজিত সংস্কৃতি শাখাত দায়িত্ব মোৰ ওপৰত আৰোপ হ'ল। মই অসমীয়াৰ প্ৰবক্তা। মোৰ অনুভৱ হ'ল যে নিশাৰ সাংস্কৃতিক সন্মিলনত অংকীয়া নাটৰ অভিনয় অনুষ্ঠিত কৰাব পাৰিলে ভাল হয়। তেতিয়া বৰপেটাৰ শংকৰী সংস্কৃতিৰ ওজাস্বৰূপ তিলক দাস আছিল অভয়াপুৰীৰ বিদ্যালয়সমূহৰ সহকাৰী উপপৰিদৰ্শক। তেওঁ সহকৰ্মী অধ্যাপক প্ৰসেনজিৎ তালুকদাৰৰ আপোন মোমায়েক। আমাৰ লগত গঢ় লৈ উঠিল মধুৰ সম্পৰ্ক। কলেজ শিক্ষক সংস্থাৰ অধিবেশনৰ সাংস্কৃতিক সন্মিলনত শ্ৰীমন্ত শংকৰদেৱ ৰচিত 'পাৰিজাত হৰণ' নাটকখনৰ অভিনয় অনুষ্ঠিত কৰোৱাৰ অৰ্থে তেওঁৰ লগত আলোচনা কৰা হ'ল। তেওঁ সন্মতি জনালে। আমি সিদ্ধান্ত কৰিলোঁ যে নাটকখন সৰু সৰু স্কুলীয়া ছোৱালীৰ দ্বাৰা অভিনয় কৰোৱা হ'ব। অৱশ্যে প্ৰথম নিশাৰ অনুষ্ঠানত কলেজৰ ছাত্ৰসকলেও এখন নাটকৰ অভিনয় কৰিব। সেইখনৰ আখৰা চলে সন্ধিয়া আৰু অংকীয়া ভাওনাৰ আখৰা চলে আবেলি ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষক চক্ৰৱৰ্তীৰ চ'ৰা ঘৰত। নাটকৰ অভিনয় পৰিচালনা কৰে তিলক দাস, নটুৱা নৃত্য শিকাই ইষ্টদেৱ শৰ্মাই আৰু স্মাৰকৰ ভূমিকা বহন কৰে শশী শৰ্মাই। ডিঙিত খোল লৈ নৃত্য পৰিৱেশন কৰিব তিলক দাসে, মুক্তি মংগল ভটিমাত অংশ গ্ৰহণ কৰিব বৰগীত বিশেষজ্ঞ বৰপেটাৰ দয়াল চন্দ্ৰ সূত্ৰধাৰে। বহু চেষ্টা-যত্নৰ ফলত 'পাৰিজাত হৰণ' সফলভাৱেই অভিনীত হ'ল। অভিনয়ৰ অন্তত ৰাজ্যিক শিক্ষকসকলৰ মাজৰ পৰা মহেশ দেৱগোস্বামী, চৈয়দ আব্দুল মালিক, যোগেশ দাস, বীৰেণ দত্ত প্ৰমুখ্যে অধ্যাপক আহি আমাক শুভেচ্ছা জনাবলৈ এৰা নাছিল। বহুতৰে ধাৰণা আছিল যে অভয়াপুৰী বঙালী ভাষা-সংস্কৃতি প্ৰধান ঠাই। কিন্তু সেই অভয়াপুৰীত

শ্ৰীমন্ত শংকৰদেৱ ৰচিত 'পাৰিজাত হৰণ' নাটৰ সফল অভিনয়ে অসমবাসীৰ দৃষ্টিৰ ৰূপান্তৰ সাধিলে। আনকি বৰপেটা সত্ৰৰ অনুষ্ঠানত 'পাৰিজাত হৰণ'খন অভিনীত কৰিবলৈ তাৰ যোগে নিমন্ত্ৰণ জনাবলৈও এৰা নাছিল। কিন্তু সেই নিমন্ত্ৰণ ৰক্ষা কৰা সম্ভৱপৰ নহ'ব বুলি জনাবলৈ বাধ্য হোৱা গৈছিল।

অভয়াপুৰী শাখা সাহিত্য সভা কিছু পুৰণি অনুষ্ঠান। আমি ১৯৫৯ চনৰ ২৬ মাৰ্চৰ দিনা বেজবৰুৱা দিৱসৰ আয়োজন কৰিলোঁ। সেই সময়তে বৰপেটা সত্ৰ অনুষ্ঠানলৈ ককা নীলমণি ফুকন আহিব বুলি জানি অভয়াপুৰীলৈও নিমন্ত্ৰণ জনালোঁ। তেতিয়ালৈকে অসমত বেজবৰুৱাৰ চৰ্চা ভাল হোৱা নাছিল। আনকি এখন পূৰ্ণাংগ জীৱনীও নাছিল। আমি ভাবিলোঁ যে ককা ফুকনে যিহেতু বেজবৰুৱাক ব্যক্তিগতভাৱে লগ পাইছিল, গতিকে বেজবৰুৱাৰ বিষয়ে ভাল ক'ব পাৰিব। তাতে তেওঁ বাগ্মীৰ ৰূপেও পৰিচিত। আমি নিজেও তেতিয়ালৈকে ককা ফুকনৰ সান্নিধ্য লাভ কৰিব পৰা নাছিলোঁ। অৱশ্যে এই কথা বিভিন্নজনৰ মুখৰা পৰা শুনিছিলোঁ যে তেওঁ হকে-অহকে বঙালী-বিদ্বেষী। ককাক বঙাইগাঁও ৰে'ল ষ্টেচনৰ পৰা লৈ আহোঁতে কৈ আহিছিলোঁ যে অভয়াপুৰীৰ বঙালীসকল ঘৰে-বাহিৰে অসমীয়া। গতিকে বঙালীৰ বিৰুদ্ধে যেন নকয়, ঘাইকৈ বেজবৰুৱাৰ বিষয়েহে কয়। কিন্তু দুখৰ বিষয় যে ককাই ভাষা প্ৰসংগত ঘাইকৈ বঙালী বিদ্বেষৰ কথাহে ক'লে। লক্ষ্য সাধন নহ'ল।

নলবাৰীত থাকোঁতে লক্ষ্য কৰিছিলোঁ যে, আনুষ্ঠানিক সাহিত্য অনুষ্ঠান সাহিত্য সমাজতকৈ অনানুষ্ঠানিক লেখক সংঘৰ প্ৰতি আকৰ্ষণ আছিল বেছি। অভয়াপুৰীতো অনানুষ্ঠানিক 'সাহিত্য চক্ৰ' গঢ়ি তুলিবলৈ এৰা নাছিলোঁ। সাম্প্ৰতিক অসমৰ কেবাজনো বিশিষ্ট লেখক সেই সাহিত্য চক্ৰৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। সঠিকভাৱে নাজানোঁ, সম্ভৱ অভয়াপুৰীৰ সেই অনানুষ্ঠানিক সাহিত্য চক্ৰ আজিও সক্ৰিয় হৈ আছে।

অভয়াপুৰীলৈ যোৱাৰ আগতে জানিছিলোঁ যে অভয়াপুৰী বিজনী জমিদাৰীৰ প্ৰশাসনীয় কেন্দ্ৰ। তাত যোগদান কৰিও দেখিলোঁ যে সামন্তযুগীয় ধ্যান-ধাৰণাৰ অৱসান ঘটিবলৈ বাকী। অসমৰ মুক্তি সংগ্ৰামৰ বুৰঞ্জীয়ে জানিবলৈ দিয়ে যে, আধুনিক অসমৰ সমাজ, সভ্যতা, সংস্কৃতিৰ বিকাশত অসম ছাত্ৰ সন্মিলনীৰ অৰিহণা অনুপম। অভয়াপুৰীতো অভয়াপুৰী ছাত্ৰ সন্মিলনী সংগঠনৰ ব্যৱস্থা কৰিলোঁ। তাৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল বিজনীৰ পৰা অহা ছাত্ৰ উদয় দাস। সেই ছাত্ৰ সন্মিলনীয়ে যিবোৰ কাম হাতত লৈছিল, সেইবোৰৰ ভিতৰত অন্যতম প্ৰধান আছিল সাত দিনীয়া কাৰ্যসূচীৰে গান্ধী জয়ন্তী পালন। গান্ধীজীৰ জীৱন আৰু দৰ্শনৰ ভেটিত ছয়দিন আবেলি আবেলি এলানি আলোচনা সভা । সপ্তম দিনা সামৰণি অনুষ্ঠান তাত সভাপতিত্ব কৰিবলৈ অনোৱা হৈছিল সত্যানন্দ ব্ৰহ্মচাৰীক। মাথোঁ ছাত্ৰ-ছাত্ৰীয়েই নহয়, অভয়াপুৰীৰ ভিন ভিন স্তৰৰ নাগৰিকেও সেই কাৰ্যসূচীত আনন্দৰে যোগদান কৰিছিল। আলোচনা সভাৰ আলোচকসকল আছিল কলেজৰ অধ্যক্ষ আৰু অধ্যাপকসকল। দেশে স্বাধীনতা লাভৰ ৬৭ বছৰ হ'ল। সাংবিধানিকভাৱে এইখন দেশ গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ। কিন্তু দুৰ্ভাগ্যৰ বিষয় যে ইমান বছৰে দেশৰ, আনহে নালাগে মন্ত্ৰী, সাংসদ, বিধায়ক, ক্ৰমে বেছিকৈ আমোলাতান্ত্ৰিক আনকি সামন্ততান্ত্ৰিক ৰূপেহে প্ৰতিপন্ন হৈছে। ১৯৫৮ চনতো আমোলাতান্ত্ৰিকতা আৰু সামন্ততান্ত্ৰিকতাৰ প্ৰভাৱ আছিল আৰু বহু বেছি। গান্ধীজী আছিল সাম্প্ৰদায়িকতা নিৰপেক্ষ যথাৰ্থ গণতান্ত্ৰিক ভাৰতীয়। সাম্প্ৰদায়িকতাৰ পৰা মুক্ত যথাৰ্থ গণতান্ত্ৰিক আছিল কাৰণেই তেওঁক উগ্ৰ হিন্দুত্ববাদী নাথুৰাম বিনায়ক গড়ছেৰ দ্বাৰা গুলীয়াই নিহত কৰোৱা হৈছিল। অভয়াপুৰীৰ আলোচনা লানিৰ সহায়ত সেই সকলো কথা বিতংভাৱে বিচাৰ কৰা হৈছিল। আমি গান্ধী জয়ন্তী উৎসৱ সফল হোৱা বুলিয়ে অনুভৱ কৰিছিলোঁ।

অভয়াপুৰীত তেতিয়ালৈকে বিহু উৎসৱ নাছিল। আমি প্ৰফেচৰ লজে প্ৰথমে ভোগালী বিহু আৰু পিছত ৰঙালী বিহুৰো পোনপ্ৰথমবাৰৰ কাৰণে আয়োজন কৰিলোঁ। ভোগালীৰ উৰুকাৰ দিনা সন্ধিয়া আয়োজন কৰা হ'ল প্ৰীতি ভোজনৰ। অসমীয়া-বঙালী প্ৰায় আটাইবিলাক বিশিষ্ট অভয়াপুৰী নিবাসীয়ে তাত অংশ গ্ৰহণ কৰিলে। মুখ্য অতিথিৰূপে অংশ গ্ৰহণ কৰিলে জমিদাৰ দম্পতি । আৰু তেওঁলোক আৰু বহুতেই স্বীকাৰ কৰিলে যে বিহু উৰুকাৰ প্ৰীতি ভোজনত যোগদান কৰা তেওঁলোকৰ জীৱনৰ সেয়ে প্ৰথম। বিহুৰ দিনা পুৱা মেজি পুৰাও হৈছিল। বিহুৰ মেজিৰ কাৰণে প্ৰয়োজনীয় বাঁহ আৰু নৰা আদি নাপালোঁ গতিকে উজনী অসমৰ আৰ্হিৰে মেজী সজোৱা হৈছিল ফলা কাঠেৰে। নাগৰিকসকলে তাতো হৰ্ষেৰে যোগদান কৰিছিল।

ব'হাগৰ ৰঙালী বিহু উৎসৱো ভিন ভিন কাৰ্যসূচীৰে দুদিনীয়াকৈ পালনৰ ব্যৱস্থা কৰা হ'ল। নেতৃত্বত 'প্ৰফেচৰ লজ' আৰু প্ৰধান সহায়কাৰী আছিল ৰমেন নাথ প্ৰমুখ্যে ছাত্ৰসকল। প্ৰতিযোগিতাত আনকি হাতী দৌৰ প্ৰতিযোগিতা পৰ্যন্ত অনুষ্ঠিত হৈছিল। ৰঙালী বিহু উৎসৱৰ এটা বৈশিষ্ট্য আছিল গণতান্ত্ৰিকতা। উৎসৱৰ খেল-ধেমালি আদি অনুষ্ঠিত হৈছিল গান্ধী মৈদানত। তাত কাকো বিশেষ মান্যতা দিয়া হোৱা নাছিল। জমিদাৰ দম্পতিয়েও থিয় দি খেল আদি উপভোগ কৰিছিল। বিহুগীত পৰিৱেশনত বিশেষকৈ অংশ গ্ৰহণ কৰিছিল বিশ্বনাথ চাৰিআলি অঞ্চলৰ নাগৰিক তেতিয়াৰ অভয়াপুৰীৰ গড়কাপ্তানী বিভাগৰ অভিযন্তা বৰাই। আমিবিলাকে অংশ গ্ৰহণ কৰিছিলোঁ হাত চাপৰি বজোৱাত। তেতিয়া তাত বিহুঢোল পাবলৈ নাছিল, আনকি গুৱাহাটীতো বিহুঢোল আদিৰ ১৯৫০ৰ দশকত প্ৰচলন নাছিল বুলিবই পাৰি। বিহুগীতৰ লগত অধ্যাপক বন্ধু প্ৰসেনজিৎ তালুকদাৰে তবলাহে সংগত কৰিছিল। ৰাতিৰ সাংস্কৃতিক অনুষ্ঠানলৈও বাহিৰৰ পৰা শিল্পী অনা হোৱা নাছিল। অভয়াপুৰীয়াসকলেই অংশগ্ৰহণ কৰিছিল। উৎসৱ আছিল তেনেই অনুষ্টুপীয়া, কিন্তু আন্তৰিকতাপূৰ্ণ।

অভয়াপুৰীৰ আন এটা বিশিষ্ট স্মৃতি হ'ল তাৰ ভাগৱত সমাজৰ কথা। এদিন ৰবিবাৰে ভাগৱত সমাজৰ আলোচনা সভা, তাত মুখ্য বক্তা মই। মই যাবলৈ সাজু হৈছোঁ, তেনেতে খোল-তাল আদি লৈ এদল নাগৰিক আহি ওলাল। মই তীব্ৰ বিৰোধিতা কৰিলোঁ, কিন্তু তেওঁলোক পৰম্পৰা ভংগ কৰিবলৈ সমূলি অনিচ্ছুক। শেষত সেই ধৰ্মীয় সভাযাত্ৰাত অংশ গ্ৰহণ কৰিব লগাত পৰিলোঁ। সভা থলিত কিন্তু বিশেষভাৱে সজাই থোৱা আসনত নবহি ঢাৰি এখনতহে বহিলোঁ। পাঠ কৰাৰ অৰ্থে ভাগৱতো সজাই ৰাখিছিল। মই কিন্তু স্পৰ্শ নকৰিলোঁ। ভাগৱততে থকা ভাগৱতৰ উৎপত্তি কাহিনী আৰম্ভ কৰি ভক্তি ধৰ্ম তথা ভাগৱত ধৰ্ম কি তাৰ বিচাৰেৰে মোৰ বক্তব্য সামৰিলোঁ। স্পষ্টভাৱে ক'বলৈ নাপাহৰিলোঁ যে কল্যাণৰ অৰ্থে আগবঢ়োৱা সৎ শ্ৰমেই হ'ল সৰ্বোকৃষ্ট ধৰ্ম।

সভাৰ পৰা আহি কোঠাৰ দুৱাৰ মুখ বন্ধ কৰি মই কিবা পঢ়ি আছোঁ। ৰাতি আঠমান বাজিছে। কোনোবাই কোঠালিৰ দুৱাৰত ঘণ্টা বজাইছে। উঠি গৈ দুৱাৰ খুলি আচৰিত হ'লোঁ যে এজন প্ৰকাণ্ড কলেৱৰৰ মানুহে আঁঠুকাঢ়ি পৰি মোৰ ভৰি দুখন সাবটি ধৰিলে। মই সেই বান্ধোন মুক্ত হ'বৰ কাৰণে চেষ্টা কৰি কঠোৰভাৱে ক'লোঁ—

ঃ এৰক মোৰ ভৰি এৰক।"

ঃ নাই নেৰোঁ, মই আপোনাক গুৰু ভজিলোঁ।"

মোৰ উঠিল সেই আটাল ফাটা হাঁহিটো। মানুহজন কিছু হতভম্ব হোৱা যেন অনুমান হ'ল। তেওঁ মোৰ পিতৃ বয়সৰ মানুহ। মাতৰ কঠোৰতা এৰি কোমলভাৱে ক'লোঁ—

ঃ কি ক'ব বিচাৰিছে ভিতৰলৈ আহি কওঁক।"

তেওঁ থিয় দিয়ে আৰু মোৰ পিছে পিছে ভিতৰলৈ সোমাই আহিল। বহিবলৈ অনুৰোধ জনোৱা সত্ত্বেও কিন্তু নবহিল। কিবাকিবি বহু কৈ থাকিল। মই কিন্তু নিশ্চিতভাৱে জনাই দিলোঁ যে মই কাৰো গুৰু হ'ব নোৱাৰোঁ। মই তেওঁক বুজাই ক'লোঁ যে আমাক গুৰু-শিষ্যৰ সমাজ নালাগে, লাগে সঁচা বন্ধু, সঁচা বান্ধৱী। প্ৰকৃত বন্ধু-বান্ধৱীয়ে বন্ধু-বান্ধৱীমানকে নিজৰ সমকৰ্ষীৰূপে গঢ়ি তুলিব বিচাৰে। মই নিজক শিক্ষাগুৰু বুলি নকওঁ; ছাত্ৰ-ছাত্ৰীসকলক নিজৰ সমকৰ্ষীৰূপেহে লওঁ। আপোনাকো বন্ধুৰূপেই ল'লোঁ। আৱশ্যক হ'লে কেতিয়াবা আহিব।

অভয়াপুৰীৰ জীৱনৰ ইও আছিল এক অভিজ্ঞতা। কিন্তু সেই কথা মই কেতিয়াও কাৰো আগত ব্যক্ত কৰা নাছিলোঁ।

১৯৫৯ চনৰ আগষ্টতে মই অভয়াপুৰী এৰিলোঁ। সিমানেই নহয় অধ্যাপক যতীন্দ্ৰ নাথ দেৱ ভিন্ন আন সকলোৱে অভয়াপুৰী কলেজ এৰিলে। কিন্তু অভয়াপুৰীক মই পাহৰা নাই। সম্ভৱ অভয়াপুৰীৰ বয়সস্থসকলেও মোক পাহৰা নাই। কাৰণ অভয়াপুৰী কলেজৰ সোণালী জয়ন্তী উৎসৱত যোগ দিবলৈ যাওঁতে বয়সস্থ অভয়াপুৰীয়াসকলে এটা সুকীয়া অনুষ্ঠানত সেই কথা আনন্দেৰে ব্যক্ত কৰিছিল নহয়! কিন্তু তদানীন্তন অৱসৰপ্ৰাপ্ত অধ্যক্ষ কৃষ্ণ গোস্বামীক বিশিষ্ট বাব দি নিমন্ত্ৰণ জনোৱা সত্ত্বেও নৰীয়া বুলি কৈ আঁতৰি আছিল। আনকি অনুষ্ঠানৰ অন্তত যেতিয়া গাড়ীৰে অভয়াপুৰীত এপাক মাৰিছিলোঁ প্ৰাক্তন অধ্যক্ষৰ বাসভৱনৰ আগতো ওলাইছিলোঁগৈ, তেতিয়া তেওঁ দৌৰ মাৰি আহি আলিবাটতে মোক দেখা দিছিল, তেওঁৰ চেহেৰাটো আছিল পৰাজিত সৈনিকৰ চেহেৰা। মোৰ স্পষ্ট অনুভৱ হৈছিল যে, মানৱীয় মহত্ত্বহীন লোক শিক্ষকতাৰ কাৰণে পুৰা অযোগ্য।

**বিশ্বজনীন তৈল নগৰী ডিগবৈত**

বৰহাটত থাকোঁতেই ১৯৫৮ চনত সাহিত্য সভাৰ তিনিচুকীয়া অধিৱেশনত মই নলবাৰীক প্ৰতিনিধিত্ব কৰিব

লগাত পৰিছিলোঁ। সভাপতি আছিল পদ্মধৰ চলিহা, প্ৰধান, সম্পাদক ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱা। তেতিয়ালৈ অসম সাহিত্য সভাৰ নিজস্ব প্ৰতীক আৰু পতাকা নাছিল। মই সেই অভাৱ বেয়াকৈ অনুভৱ কৰিছিলোঁ। বৰহাটৰ পৰায়ে প্ৰধান সম্পাদক কবি বৰুৱালৈ ডাকযোগে অনুৰোধ জনালোঁ যে সাহিত্য সভাই শীঘ্ৰে নিজস্ব প্ৰতীক-পতাকা গ্ৰহণ কৰিব লাগে। সম্পাদকে ধন্যবাদসূচক চিঠিৰে জনাইছিল যে শীঘ্ৰে সেই অভাৱ পূৰণ কৰা হ'ব। কিন্তু ডিগবৈ কলেজত ১৯৫৯ চনৰ আগষ্টত যোগদান কৰাৰ আগতে মোৰ ডিগবৈলৈ কোনো দিন যোৱা হোৱা নাছিল। কাৰণ ডিগবৈত মোৰ কোনো চিনাকি বন্ধু বা বান্ধৱী আছিল বুলি জনা নাছিলোঁ। মই ডিগবৈ কলেজৰ বিষয়ে একোৱেই জনা নাছিলোঁ। অভয়াপুৰী কলেজৰ অধ্যক্ষৰ নিকৃষ্ট আচৰণৰ কাৰণে মই অভয়াপুৰী এৰিলোঁ আৰু বন্ধু তাম্বেশ্বৰ বুঢ়াগোহাঞিয়ে তাঁৰ যোগে মাতি পঠিওৱা কাৰণে মই ডিগবৈলৈ যাত্ৰা কৰিছিলোঁ। বন্ধু বুঢ়াগোহাঞিক বাদে মই আন কোনোকে নাজানো। গোহাঞিয়ে বা মোৰ তাঁৰ বাৰ্তা পাইছেনে নাই। এনে নানা চিন্তাই মনত উগুল-থুগুল লগাই থাকোঁতে ট্ৰেইন ডিগবৈ ষ্টেচনত থামিলেই। মই খিৰিকীৰে চাই দেখিলোঁ বুঢ়াগোহাঞিয়ে একান্তভাৱে ট্ৰেইনখনলৈ চাই আছে। তেওঁৰ কাষত আন দুজনো ৰৈ আছে। মই খিৰিকীৰে মূৰ উলিয়াই মাত লগাবহে পালোঁ, তেওঁ হাঁহি হাঁহি আগবাঢ়ি আহিল। ইতিমধ্যে মুটীয়া কুলি আহি টালি-টোপোলা সামৰি লৈছিলেই। ওলাই গৈ ডিগবৈৰ মাটিত খোজ দিলোঁ। ৰৈ থকা ভদ্ৰলোক দুজনৰ চুৰীয়া-চোলা পিন্ধাজন কলেজ কমিটিৰ সভাপতি আৰু পেণ্ট পিন্ধি থকাজন সচিব। দুয়ো তেল কোম্পানীৰ কৰ্মচাৰী। তেওঁলোকৰ আচৰণ ভাল লাগিল। সন্ধিয়া কলেজত লগ পোৱাৰ আশাৰে কাৰ্যালয়লৈ গ'ল। মোৰ বন্ধু গোহাঞিয়ে তেওঁ থকা ঠাইলৈ মোক লৈ গ'ল। আবেলি ৪ মান বজাত গৈ কলেজ পালোঁ। কামত যোগদান কৰা প্ৰতিবেদন দিলোঁ আৰু মোক আনুষ্ঠানিকভাৱে নিযুক্তি পত্ৰ দিলে। অলপ পিছতেই আহি ওলাল সমিতিৰ সভাপতি, সচিব আৰু দুজনমান সদস্য। সেইসকলৰ এজন নিৰ্মাই সাধন চক্ৰৱৰ্তী। তেওঁ অবিবাহিত। কলেজৰ ওচৰৰ এটা বেৰেক ঘৰৰ কোঠালি এটাত থাকে, মোক তেওঁৰ লগত থকাৰ ব্যৱস্থা কৰি দিলে। আজি ইমান বছৰে মই বন্ধু চক্ৰৱৰ্তীক পাহৰিব পৰা নাই। মোৰ আনন্দৰ কাৰণেই যে তেওঁ কি কষ্টই বৰণ কৰা নাছিল ! মোৰ লগত পুথি-পত্ৰ আছিল নিচেই কম। কিন্তু দিনমান সেই কোঠালিটোত সোমাই থাকিব লাগে। সময় কটোৱাৰ কাৰণে পুথি-পত্ৰই মাথোঁ অৱলম্বন। তেওঁ আনি দিয়া পুথিৰ দুখন হ'ল— লৰ্ড মাউণ্টবেটেনৰ জনসম্পৰ্কৰক্ষী বিষয়া উইলছনে লেখা 'মিছন উইথ মাউণ্টবেটেন' আৰু কালাম আজাদে লেখা 'ইণ্ডিয়া উইনচ ফ্ৰিডম'। চক্ৰৱৰ্তীৰ লগত থকা কালতেই মই গান্ধী জয়ন্তীৰ দিনা 'গান্ধীজী আৰু বিশ্বশান্তি' বোলা এটা আলোচনাত অংশ গ্ৰহণ কৰিব লগাত পৰিলোঁ কেন্দ্ৰীয় নামঘৰত। মই চক্ৰৱৰ্তীক প্যাৰীলালে লেখা 'গান্ধীজী ফাষ্ট ফেজ-লাষ্ট ফেজ' দুখন আনি দিবলৈ অনুৰোধ জনালোঁ। কিন্তু নাপালে। অন্যান্য কেইখনমানহে আনি দিলে। কিন্তু সেই গান্ধী জয়ন্তীৰ সভাই ডিগবৈৰ বহল অসমীয়া সমাজখনৰ লগত মোক পৰিচিত কৰালে। তাৰ ফলতেই মই চক্ৰৱৰ্তীৰ সেই বেৰেক ঘৰ এৰিব লগাত পৰিলোঁ। থাকিব লগা হ'লোঁ সৌমাৰ বিদ্যাপীঠৰ ওচৰৰ বিশিষ্ট নাগৰিক পদ্মধৰ হাজৰিকাৰ ঘৰত। তাত থকাৰ পৰা মই বহল ডিগবৈখনৰ লগত আৰু দেশৰ বিভিন্ন সমস্যাৰ লগতো জড়িত হ'ব লগাত পৰিলোঁ।

কলেজৰ শ্ৰেণী বহিছিল কোম্পানীৰ এখন প্ৰাথমিক বিদ্যালয় ভৱনত। প্ৰাথমিকখনৰ প্ৰধান শিক্ষক আছিল প্ৰিয়দাস তালুকদাৰ। তেওঁ বিশিষ্ট সাহিত্যিক শিক্ষাবিদ। তেওঁ নিতৌ সন্ধিয়া আহি কাৰ্যালয়ত বহে। তেওঁৰ কাৰ্যালয় কোঠা এটা সাহিত্যচক্ৰহে যেন। তাতেই পাইছিলোঁ যুৱ সাহিত্যিক মেৰাছ হুছেইন, ধীৰেন বৰুৱা, ডম্বৰুধৰ বৰুৱা প্ৰমুখ্যে ডিগবৈৰ সাহিত্যিকসকলৰ আৰু তেওঁলোক আটাইৰে লগত গঢ় লৈ উঠিছিল বন্ধুত্ব। বন্ধু মেৰাছ হুছেইন আছিল সুসাহিত্যিক চৈয়দ আব্দুল মালিকৰ আপোন সৰু ভাই। হুছেইনে ককায়েক মালিকক মই ডিগবৈত থকা কথা জানিব দিছিল। মই নলবাৰীলৈ অহাত অধ্যাপক মালিকে সেই কথা মোক জানিবলৈ দিছিল। হুছেইনে বিশেষকৈ ডিগবৈৰ মুছলমান সমাজখনৰ লগত পৰিচিত হোৱাৰ পথ সুচল কৰি দিছিল ফটেহা দোৱাজ দাহম উপলক্ষে আয়োজিত আলোচনা সভাত অংশ গ্ৰহণৰ সুযোগ দি। সভা অনুষ্ঠিত হৈছিল দুখন। প্ৰথমখন মুছলিম ইনষ্টিটিউট আৰু দ্বিতীয়খন ল'ৰাৰ হাইস্কুলৰ সভাঘৰত। দুয়োখন সভাতে সভাপতিত্ব কৰিছিল বাৰ্লিন বিশ্ববিদ্যালয়ৰ ডক্টৰেট যোৰহাটৰ জে বি কলেজৰ অধ্যাপক ড° ইমৰান হুছেইনে আৰু মই আছিলোঁ নিৰ্দিষ্ট বক্তা। তেতিয়া

ডিগবৈ আছিল আন্তৰ্জাতিক নগৰ। আৰৱ ৰাষ্ট্ৰৰ মুছলমানেও তেল কোম্পানীত সেৱা দিছিল। ফটেহা দোৱাজ দাহমৰ অনুষ্ঠানত যোগ দিয়াৰ ফলত মই সেই সকলৰ লগত পৰিচিত হোৱাৰ সুযোগ পালোঁ। চাহাব-চুহুৰ চহৰ ডিগবৈ মোৰ ক্ৰমে আপোন হৈ পৰিল। তেওঁলোক ইমান আপোন হ'ল যে মোক আলিবাটত দেখিলেই গাড়ী ৰাখি মই ক'লৈ যাম জানি লৈ মোক লক্ষ্যস্থানত নমাই দিয়া কৰিবলৈও এৰা নাছিল। মই যেন ডিগবৈবাসীসকলৰ সমূহীয়া মৰমৰ পাত্ৰৰূপে পৰিগণিত হ'লোঁ।

এই ক্ষেত্ৰত এটা নিদৰ্শন দাঙি ধৰিব বিচাৰিছোঁ—

১৯৬০ চনৰ ৰাজ্যিক ভাষা আন্দোলনৰ সময়ৰ কথা। আন্দোলনৰ প্ৰাৰম্ভৰ কালত কলেজৰ গৰমৰ বন্ধৰ কাৰণে মই আহি আছিলোঁ আমাৰ গাঁৱৰ ঘৰত। বন্ধৰ শেষত ট্ৰেইনযোগে যাত্ৰা কৰিছোঁ ডিগবৈলৈ বুলি। ট্ৰেইন গৈ গৈ মৰিয়নি এৰাৰ পিছৰে পৰা একাংশ সহযাত্ৰীয়ে সকীয়াই দিব ধৰিলে— "আপুনি ডিগবৈত ট্ৰেইনৰ পৰা নামিবই নোৱাৰিব, বঙালী ভাষীয়ে আপোনাক আক্ৰমণ কৰিব।" মই সেই অংশ সহযাত্ৰীক উগ্ৰ অসমীয়া বুলি ভাবিবলৈ বাধ্য হৈছিলোঁ। মই গৈ ডিগবৈ ৰে'ল ষ্টেচনত নমাৰ লগে লগে সম্ভাষণ জনালে ষ্টেচন মাষ্টৰকে ধৰি কৰ্মচাৰীসকলে। তেওঁলোক আটায়ে বঙালীভাষী বঙালী। তেওঁলোকে ৰিক্সা মাতি আনি টালি-টোপোলাৰ সৈতে ৰিক্সাত তুলি দিবলৈও নেৰিলে। ৰিক্সা মই থকা মলিয়াবাৰীলৈ আগবঢ়াৰ লগে লগে দোকানী-পোহাৰী যিয়ে দেখিছে সিয়েই সম্ভাষণ জনাইছে। মই গৈ থকা ঠাই পাইছোঁহে, ৪/৫ জন যুৱ ছাত্ৰ গৈ উপস্থিত।

"কি হ'ল ?"

"কেন্দ্ৰীয় নামঘৰত ৰাজহুৱা সভা বহিছে, আপোনাক নিব পঠাইছে।"

"কিহৰ সভা ?"

"ভাষা আন্দোলনৰ সভা।"

"মই আহি পালোঁহে। গ-পা ধুই অলপ কিবা অলপ খাই গৈ আছোঁ। তোমালোক যোৱা।"

মই গ'লোঁ। সভাত যোগ দিলোঁ। পিছদিনা আবেলি ৪ বজাৰ পিছত ৰাজ্যিক ভাষাৰূপে অসমীয়াক বৈধ স্বীকৃতি দিয়াৰ দাবীত বিৰাট শোভাযাত্ৰা অনুষ্ঠিত হ'ব গান্ধী মৈদানৰ পৰা, শোভাযাত্ৰা আহি পুনৰ মিলিব গান্ধী মৈদানতে আৰু তাত অনুষ্ঠিত হ'ব ৰাজহুৱা সভা। আলোচনা চলিছে শোভাযাত্ৰাত অভিভাৱকসকলে যোগদান কৰিবনে নাই আৰু ৰাজহুৱা সভাত বক্তৃতা কৰিব কোনে কোনে ? সভাপতিয়ে মোৰ মন্তব্য বিচাৰিলে। মোৰ অভিমতস্বৰূপে জনালোঁ যে শোভাযাত্ৰাত অভিভাৱকসকল থাকিবই আৰু চাব লাগিব যাতে কোনো প্ৰকাৰৰ অশান্তিৰ সৃষ্টি নহয়। আনহাতে ৰাজহুৱা সভাত বক্তৃতা কৰিবলৈ অসমীয়াৰ উপৰি বঙালী, হিন্দী, উৰিয়া, নেপালী ভাষী একোজনৰ উপৰি স্থানীয় বিধায়ককো নিমন্ত্ৰণ জনাব লাগিব।

বিনা বাক্যব্যয়ে সভাই পৰামৰ্শসমূহ গ্ৰহণ কৰিলে। পিছদিনা শোভাযাত্ৰা শান্তিপূৰ্ণভাৱেই সমাপ্ত হ'ল। ৰাজহুৱা সভাও শান্তিপূৰ্ণভাৱে সমাপ্তিৰ দিশে আগবাঢ়িছিল। অশান্তিৰ সৃষ্টি হ'ল বিধায়ক দ্বিজেন শৰ্মাৰ বক্তৃতাৰ কালত। বিধায়ক শৰ্মাই বক্তৃতা প্ৰসংগত ক'লে যে— "অসম বহুভাষিক ৰাজ্য। তাৰে এটা ভাষা ৰাজ্যিক ভাষা হ'বই।" লগে লগে সেই বিৰাট দহ-এঘাৰ হেজাৰ লোকে খেদি আহিল বিধায়ক শৰ্মাক শেষ কৰিবলৈ। অৱশ্যে আৰক্ষী বাহিনী আহি তেওঁক ঘেৰি ধৰিলে। তথাপি তেওঁৰ গাত ঘোচা-কিল নপৰাকৈ নাথাকিল। দুখ লাগিল। কাৰণ বিধায়ক দ্বিজেন শৰ্মাক বক্তৃতা প্ৰদান কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিলোঁ ময়েই। গতিকে তেওঁক ৰক্ষণাবেক্ষণ দিয়াৰ দায়িত্ব মোৰেই। মই সভাপতিৰ আগৰ পৰা মাইকটো আনি বজ্ৰকঠোৰ কণ্ঠে ক'ব ধৰিলোঁ— "আপোনালোকেই লাচিতৰ দেশৰ বীৰ নেকি ? দ্বিজেন শৰ্মাক পিহি গুৰি কৰিলে অসমীয়া ৰাজ্যিক ভাষা হ'ব নেকি ? শৰ্মাক বক্তৃতা সম্পূৰ্ণ কৰিব নিদিলে কিয় ? তেওঁ নিশ্চয় ক'লেহেঁতেন যিহেতু অসমৰ গৰিষ্ঠসংখ্যক লোকেই অসমীয়া ভাষী, গতিকে অসমীয়া ৰাজ্যিক ভাষা হ'বই লাগিব। এতিয়া বিধায়ক শৰ্মাই পোনতে দোষ-ত্ৰুটিৰ কাৰণে ক্ষমা কৰিবলৈ অনুৰোধ জনলোঁ আৰু তেওঁৰ আধৰুৱা ভাষণ সম্পূৰ্ণ কৰিবলৈও অনুৰোধ জনালোঁ।"

মোৰ কথাৰ লগে লগে বিক্ষোভ লোপ পালে, অৱশ্যে দূৰৰ পৰা দুই-একে চিঞৰিব এৰা নাছিল—"প্ৰফেচাৰ শৰ্মাই ঘোচ খালে" বুলি।

অকল সিদিনাই নহয়, তাৰ পিছতো উগ্ৰবাদীসকলৰ সকলো অপচেষ্টা শান্তিপূৰ্ণভাৱে সমাধা কৰিবলৈ আমি সমৰ্থ হৈছিলোঁ। বহুভাষিক ডিগবৈত শান্তি বিঘ্নিত হোৱা নাছিল। সিয়ে তেল কোম্পানীৰ বৰ বৰ কৰ্তা সকলকো মুগ্ধ কৰিছিল। *(আগলৈ)*

# মিচিংসকলৰ পৰম্পৰাগত সাজপাৰৰ সম্ভাৱনাপূৰ্ণ বজাৰ

**ৰয়েল পেগু**



**অ**সমৰ অন্যতম নৃ-গোষ্ঠী মিচিং মহিলাসকল বয়নশিল্পত যথেষ্ট নিপুণ। মিচিংসকলৰ পৰম্পৰাগত জাতীয় সাজপাৰৰ প্ৰতি মানুহৰ মাজত আছে বিশেষ আকৰ্ষণ আৰু চাহিদা। ভিন্নৰঙী ফুলবছা পৰম্পৰাগত মিচিং সাজপাৰৰ ব্যৱসায়ৰ এক সম্ভাৱনাপূৰ্ণ বজাৰ আছে অসম তথা উত্তৰ-পূৰ্বাঞ্চলত। বয়নশিল্পত নিপুণ মিচিং মহিলাই বৈ উলিওৱা পৰম্পৰাগত সাজপাৰে জাতিটোৰ এক স্বকীয় পৰিচয় বহন কৰে। মিচিং ছোৱালীয়ে সৰুৰে পৰাই নিজৰ ঘৰতেই বয়নশিল্পীৰ প্ৰশিক্ষণ লয়। পৰিয়ালৰ জ্যেষ্ঠ নাৰী, আই, বাইদেউসকলৰ পৰা মিচিং ছোৱালীয়ে ঘৰুৱা পৰিৱেশত অনানুষ্ঠানিকভাৱে বয়নশিল্পীৰ প্ৰশিক্ষণ গ্ৰহণ কৰে। জাতীয় চানেকী বহন কৰা বয়নশিল্পই মিচিংসকলক অনন্য শিল্পীজাতি হিচাপে সভ্য সমাজৰ আগত পৰিচয় দি আহিছে। সপোনৰ সৰগ ৰচনা কৰিব পৰা মিচিং শিপিনীয়ে বোৱা মিচিং জাতীয় সাজ-পোছাকৰ ব্যৱসায়িক দিশত আজিকালি যথেষ্ট চাহিদা থকা দেখা যায়। তাঁতশালত মিচিং গাভৰুৱে তৰাফুল বছা অনন্য সৌন্দৰ্য তথা চালে চকুলগা পৰম্পৰাগত মিচিং সাজপাৰে শেহতীয়াকৈ মিচিঙৰ লগতে অনা-মিচিং অসমীয়া সমাজতো বহুলভাৱে জনপ্ৰিয়তা অৰ্জন কৰা দেখা যায়। ফুলবছা মিচিং বিঃৰি, গাচেং, এগে-গাচৰ, মিচিং গালুগ, তঙানি দুমৌৰ, গনৰ উগন, পতালি, গেৰ, গাদু আদিয়েই মিচিংসকলৰ পৰম্পৰাগত তথা জাতীয় সাজপাৰ। ইয়াৰে গাদু মিচিংসকলৰ আপুৰুগীয়া বস্ত্ৰসম্পদ হিচাপে পৰিচিত। মিচিং গাভৰুৰ হাতত অনন্য সৌন্দৰ্যৰ চানেকী বোলোৱা মিচিং পৰম্পৰাগত সাজপাৰ অসমত এক লাভজনক ব্যৱসায় হিচাপে গঢ়ি উঠিছে। ৰাজ্যখনৰ ৰাজধানী গুৱাহাটী মহানগৰীৰ লগতে লখিমপুৰ, ধেমাজি, জোনাই, মাজুলী, যোৰহাট আদি বিভিন্ন নগৰ-চহৰত সীমিত সংখ্যক হ'লেও উদ্যোগী যুৱক-যুৱতীয়ে পৰম্পৰাগত মিচিং সাজপাৰৰ চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি বয়নশিল্পৰ ক্ষুদ্ৰ উদ্যোগ আৰু বিপণী খুলি ব্যৱসায়ৰ জৰিয়তে নিজেও স্বাৱলম্বী হোৱাৰ লগতে বহুগৰাকী যুৱক-যুৱতীক সংস্থাপনৰ বাট দেখুৱাবলৈ সক্ষম হৈছে। সম্প্ৰতি পৰম্পৰাগত মিচিং সাজপাৰৰ এই ঊৰ্দ্ধমুখী যাত্ৰাৰ সমান্তৰালকৈ এই ব্যৱসায়ে গ্ৰাম্য আৰু নগৰীয়া দুয়োঞ্চলৰ নিবনুৱাসকলৰ সংস্থাপন আৰু স্বাৱলম্বিতাৰ এক নতুন সম্ভাৱনা তথা আশাৰ দুৱাৰ মুকলি কৰিছে। এনেদৰে ক্ষুদ্ৰ বয়নশিল্পৰ উদ্যোগ আৰু

মিচিং সাজপাৰৰ ব্যৱসায়েৰে বহু শিক্ষিত নিবনুৱাই সংস্থাপন লাভেৰে চলিছে নানাৰঙী ফুলবছা মিচিং পৰম্পৰাগত সাজপাৰৰ অৰ্থমুখী নীৰৱ আন্দোলন।

পৰম্পৰাগত মিচিং সাজপাৰৰ এই ঊৰ্ধ্বমুখী চাহিদাৰ বিপৰীতে বৰ্তমান সীমিতসংখ্যক বয়নশিল্পৰ ক্ষুদ্ৰ উদ্যোগহে গঢ়ি উঠিছে। এই তথ্যই ইয়াকে প্ৰমাণ কৰে যে পৰম্পৰাগত মিচিং সাজপাৰৰ বজাৰ চাহিদাৰ তুলনাত ইয়াৰ উৎপাদন তথা ব্যৱসায়িক দিশত যিমান আগবাঢ়িব লাগিছিল সিমান আগবঢ়া নাই। মিচিং বয়নশিল্পক বিজ্ঞানসন্মতভাৱে আগবঢ়াই নিব লাগিব। কেৱল চৰকাৰী চাকৰি বা সাহায্যলৈ আশা কৰি নাথাকি প্ৰতিখন মিচিং গাঁৱত বয়নশিল্পৰ ক্ষুদ্ৰ অধ্যৱসায়েৰে পৰম্পৰাগত মিচিং সাজপাৰৰ ব্যৱসায়ত নামি নিজক কম সময়ৰ ভিতৰতে স্বাৱলম্বী কৰি তোলাৰ এখন সম্ভাৱনাপূৰ্ণ ক্ষেত্ৰ আছে।

চৰকাৰৰ পৰাও শিপিনীসকললৈ বিভিন্ন সা-সুবিধা প্ৰদান কৰে। এই সুবিধাবোৰ গ্ৰহণ কৰিব লাগে। আত্মসহায়ক গোট গঠন কৰিও বয়নশিল্পৰ ক্ষুদ্ৰ উদ্যোগ গঢ়ি তুলি পৰম্পৰাগত মিচিং সাজপাৰৰ ব্যৱসায়িক দিশত আগবাঢ়িব পাৰে। মিচিং স্বায়ত্তশাসিত পৰিষদেও মিচিং শিপিনীসকলক বিভিন্ন ঠাইত প্ৰশিক্ষণৰ ব্যৱস্থা গ্ৰহণ কৰি অধিক নিপুণ কৰাৰ প্ৰচেষ্টা লৈছে, যিটো নিশ্চিতভাৱে সু-খবৰ।

সাম্প্ৰতিক বিশ্বক বণিক গোষ্ঠীয়ে নিয়ন্ত্ৰণ কৰে।



উদ্যোগ গঢ়ি তুলি পৰম্পৰাগত মিচিং সাজপাৰৰ এক ব্যৱসায়িক আন্দোলন গঢ়ি তুলিব পাৰে। স্বকীয়তাত আঘাত নকৰাকৈ আধুনিকীকৰণৰ জৰিয়তেও মিচিং সাজপাৰ অধিক আকৰ্ষণীয় তথা জনমুখী কৰিব পাৰে। মুঠতে পৰম্পৰাগত মিচিং সাজপাৰৰ লাভজনক ব্যৱসায়ৰ ক্ষেত্ৰ আছে। কেৱল আমাক লাগে উপযুক্ত পৰিকল্পনা আৰু অধ্যৱসায়।

পৰম্পৰাগতভাৱেও বিভিন্ন গাঁৱত বহু মিচিং কনেঙে ভিন্নৰঙী ফুলবছা পৰম্পৰাগত তথা জাতীয় সাজপাৰ বৈ উলিয়ায়। এই কাপোৰবোৰ সংগ্ৰহ কৰিও বহু শিক্ষিত নিবনুৱা যুৱক-যুৱতীয়ে লাভজনক ব্যৱসায় কৰিব পাৰে। এনেদৰে মিচিং সাজপাৰৰ ব্যৱসায়ে জনগোষ্ঠীটোৰ আৰ্থ-সামাজিক দিশত নতুন দিগন্ত সূচনা কৰিব পাৰে। ইয়াৰ বাবে লাগিব একাণপতীয়া আন্তৰিক প্ৰচেষ্টা। মুঠতে সামান্য মূলধনেৰে নিজৰ একাণপতীয়া আন্তৰিক প্ৰচেষ্টা তথা

মিচিংসকল পৰম্পৰাগতভাৱে কৃষিজীৱী। কিন্তু বৰ্তমানৰ পৰিবৰ্তিত সময়ত পৰম্পৰাগত কৃষি কাৰ্যতেই সীমাবদ্ধ হৈ থাকিলে নহ'ব। পৰিৱৰ্তিত সময়ৰ লগত খোজ মিলাই যাবলৈ হ'লে এই জনগোষ্ঠীৰ লোকসকলেও নিজৰ চিন্তা, ধ্যান-ধাৰণা আৰু মানসিকতা সলনি কৰাৰ লগে লগে ন ন কৰ্মক্ষেত্ৰৰ সন্ধান কৰিব লাগিব। জাতিটোৰ সম্ভাৱনা থকা বিভিন্ন সমল আৰু উৎসক লৈ বেপাৰ-বাণিজ্যৰ ক্ষেত্ৰখনলৈও মন মেলিব লাগিব। এই ক্ষেত্ৰত মিচিংসকলৰ পৰম্পৰাগত সাজপাৰৰ ব্যৱসায়ে জাতিটোৰ অৰ্থনৈতিক চেহেৰাটোকে সলনি কৰি দিব পৰাৰ পূৰ্ণ সম্ভাৱনা আছে। মিচিংসকলৰ পৰম্পৰাগত সাজপাৰক বজাৰলৈ উলিয়াই নিব লাগিব। এই ব্যৱসায়ত টিকি থাকিবলৈ হ'লে লাগিব কৰ্মসংস্কৃতি, অধ্যৱসায় আৰু সৰ্বোপৰি একান্ত আন্তৰিক প্ৰচেষ্টা।

*অনুবাদ গল্প*

# নতুন ঘাঁহ, পুৰণি ঘাঁহ



মূল ঃ কৃষণ চন্দৰ

অনুবাদ ঃ হাফিজ আহমেদ

কাৰাগাৰৰ লনত নতুনকৈ ঘাঁহ লগোৱা হ'ব। সেয়ে পুৰণি ঘাঁহবোৰ উভালি পেলাই থকা হৈছে। কেইজনমান কয়েদীয়ে অ'ত-ত'ত কাম কৰি আছে। শীতকালৰ দুপৰীয়া। ৰ'দৰ উত্তাপত কয়েদীসকলে কাম কৰি ভালেই পাইছে। কাৰাগাৰৰ পহৰাদাৰসকলেও কয়েদীহঁতক দাবী-ধমকি দিয়াৰ পৰা বিৰত আছে।

তাৰ পিছত... ? হাতেৰে ঘাঁহ উভালি উভালি দৌলতে ইয়াচিনক প্ৰশ্ন কৰে।

ইয়াচিনে ক'লে— তাৰ পিছত মই চুৰাটৰ পৰা বোম্বাইলৈ আহিলোঁ। শমশাদৰ বাবে মই আৰু অধিক আয়ৰ কথা ভাবিবলগীয়া হৈছিল। ভাবিছিলোঁ ডাঙৰ চহৰলৈ গ'লে ভাল কাম পোৱা যাব। সেইবাবেই বোম্বাইলৈ আহিছিলোঁ। তাৰ পিছত কাবুলি লেনৰ বিছমিল্লাহ মটৰ গেৰেজত মেকানিকৰ কাম পালোঁ। দিনে আঠ টকা মজুৰি। চুৰাটত পাইছিলোঁ চাৰি টকা। গেৰেজৰ মালিক ৰহিম ভাই মোৰ কাম-কাজত খুবেই সন্তুষ্ট। তেওঁ গেৰেজৰ কাষতেই জুপুৰি ঘৰ এটা সাজি আমাৰ থকাৰ ব্যৱস্থা কৰি দিলে। শমশাদে সেই জুপুৰিটোকে সাৰি-মচি নিকা কৰি ৰাখিছিল। আনন্দতে দিনবোৰ পাৰ কৰি আছিলোঁ। সুখৰ বাবে বিশেষ কিবাৰ দৰকাৰ আছে বুলি মই নাভাবোঁ দৌলত ভাই— এটা সৰু জুপুৰি ঘৰ, সৎভাৱে উপাৰ্জন কৰা কেইখনমান ৰুটি আৰু প্ৰিয়তমা পত্নী। আৰুনো কি লাগে?

তাৰ পিছত... ? দৌলতে সুধিলে।

তাৰ পিছত এবাৰ মই চুৰাটলৈ যাবলগীয়া হ'ল। মাৰ কঠিন বেমাৰ। চিঠি আহিল। প্ৰতি মাহে মাক ষাঠী টকাকৈ পঠিয়াইছিলোঁ। কেতিয়াবা সত্তৰ-আশী টকাও। ওভাৰ টাইম কৰি মিলাই লৈছিলোঁ। ৰহিম ভাইৰ গেৰেজ ভালেই চলিছিল। মানুহজনৰ অন্তৰত দয়া-মায়া আছিল। মাজে মাজে মোৰ জুপুৰিলৈকো আহিছিল। সুধিছিল কিবা অসুবিধা হৈছে নেকি? হেড মেকানিক ৰামৰংগেও মাজে-সময়ে খা-খবৰ লৈছিল।

কেতিয়াও কোনো ধৰণৰ অসুবিধাৰ সন্মুখীন হোৱা নাছিলোঁ। মাৰ চিঠিখন পোৱাৰ পিছত চিঠিখন লৈ ৰহিম ভাইৰ কাষলৈ গ'লোঁ। তেওঁ মোক আশী টকা এড্ভান্স দিলে। শমশাদক ত্ৰিশ টকা দিলোঁ, বাকী পঞ্চাশ টকা পকেটত ভৰালোঁ। চুৰাটৰ টিকট কাটি লৈ মাক চাবলৈ গ'লোঁ। কৈ গ'লোঁ- এসপ্তাহ পিছত উভতি আহিম।

তাৰ পিছত...? দৌলতে আকৌ সুধিলে।

ইয়াছিনে সৰ্বশক্তি প্ৰয়োগ কৰি ঘাঁহ এচপৰা উভালি আনিলে। তাৰ পিছত ঘাঁহ চপৰাৰ ফালে এবাৰ চাই প্ৰচণ্ড ঘৃণাৰে চপৰাটো দূৰলৈ দলিয়াই দি ক'বলৈ লাগিল। তাৰ পিছত, সিফালে মোৰ সাত দিনৰ ঠাইত বাৰ দিন লাগিল। মাৰ বেমাৰ বাঢ়ি গৈছিল। মা সুস্থ হোৱাৰ পিছতহে চুৰাটৰ পৰা উভতি আহিলোঁ। টিকটৰ পইচা ধাৰ কৰি বোম্বাইলৈ আহিলোঁ। জুপুৰি পালোঁহি। গা-পা ধুই ল'লোঁ। কাপোৰ-কানি সলাই খোৱা-লোৱা কৰিলোঁ। তাৰ পিছত খাটখনত শুই পৰিলোঁ। শমশাদে আহি ভৰি টিপিব ধৰিলে। ভৰি টিপি থাকোঁতেই তাই কান্দিবলৈ আৰম্ভ কৰিলে। মই উঠি বহিলোঁ।

কি হৈছে শমী?

তাই কান্দি কান্দিয়েই ক'লে— তুমি যোৱাৰ পিছতেই গেৰেজৰ শেঠজী এই ফালে আহিছিল। কেইবাবাৰো। বেয়া বেয়া কথাবোৰ কৈছিল।

কি কৈছিল? খঙত মোৰ গাত যেনিবা জ্বৰহে উঠি গৈছিল।

কৈছিল, এশ টকা দিব।

তাৰ পিছত ...?

মই তাৰ মুখৰ ওপৰতেই দৰ্জা বন্ধ কৰি দিছিলোঁ। সি উভতি গৈছিল। পিছদিনা আকৌ আহিল, ক'লে—দুশ টকা দিম। মই আকৌ দৰ্জা বন্ধ কৰি দিলোঁ। দুদিন পিছত আকৌ আহি ক'লে মান্তি নহ'লে জোৰ কৰি উঠাই লৈ যাব। আৰু যদি মান্তি হওঁ, তেন্তে সোণৰ হাৰ গঢ়াই দিব।

আচৰিত হৈ দৌলতে সুধিলে— তোমাৰ বিবি ইমানেই ধুনীয়া?

ধুনীয়াতো হয়েই। ইয়াচিনে মানি ল'লে।

দৌলতে মূৰ জোকাৰি জোকাৰি ক'লে— তুমি এটা মস্ত ডাঙৰ ভুল কৰিছিলা। দুখীয়া মানুহে কেতিয়াও ধুনীয়া ছোৱালী বিয়া কৰাব নাপায়।

কিয়?

নাথাকে। ৰূপ-সৌন্দৰ্যও এক প্ৰকাৰ সম্পত্তিয়েই। দুখীয়া লোকৰ লগত ধন-সম্পত্তিৰ কেতিয়াও ৰাহি-যোৱা নাহে।

তোমাৰ মা-দেউতাই তেতিয়া হ'লে তোমাৰ নাম দৌলত ৰাখিছিল কিয়?

ভুল কৰিছিল। নামটো ডাঙৰ, কামহে সৰু। হ'ব দিয়া তুমি তোমাৰ কথা কোৱা। তাৰ পিছত কি হ'ল...?

তাৰ পিছত মোৰ প্ৰচণ্ড খং উঠিল। জাপ মাৰি শমশাদক এক থাপ্পৰ মাৰিলোঁ আৰু ক'লোঁ— আৰু তই মান্তি হৈ গ'লি? কাপোৰৰ লোভত, অলংকাৰৰ লোভত নিজৰ মৰ্যাদা হানি কৰিলি, হাৰামজাদী।

তাই চিএঞৰি কান্দিব ধৰিলে। ক'লে— শপত খাই কৈছোঁ। পৱিত্ৰ কোৰানৰ কচম, তুমি নথকা অৱস্থাত যদি কোনোবাই মোৰ গাত হাত দিলেহেঁতেন...

অলপ পৰ লৈ শমশাদে আকৌ ক'ব ধৰিলে— তাৰ কথা শুনি মোৰ গাত যেনিবা জুইহে জ্বলি উঠিল। গেৰেজৰ শেঠজীক খুউব গালি পাৰিলোঁ। ইমান গালি দিলোঁ যে চুবুৰীটোৰ সকলো মানুহ আহি উপস্থিত হ'ল। সেইদিনাখনৰ পিছত তোমাৰ শেঠ আৰু এইফালে অহা নাই।

তাই ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। মই তাইক সান্ত্বনা নিদিলোঁ। মূৰত হাত বোলাই মৰমো নকৰিলোঁ। খাটখনৰ পৰা তৎক্ষণাত নামি গ'লোঁ। জুপুৰিটোৰ পৰা ওলাই গেৰেজ পালোঁগৈ। শেঠ ৰহিম ভাই তাত নাই। পেট্ৰোল পাম্পলৈ গৈছে। পেট্ৰোল পাম্পত গৈ উপস্থিত হ'লোঁ। শেঠে ঘৰৰ ভিতৰত হিচাপ কৰি আছিল। ময়ো ঘৰৰ ভিতৰলৈ সোমাই গ'লোঁ।

ভিতৰলৈ গৈয়ে তাক ছুৰিৰে হানি দিলোঁ। ৰহিম ভায়ো মোৰ দৰে শক্তিশালী ডেকা। সিও যুঁজিছিল, কিন্তু ছুৰিখন আছিল মোৰ হাতততহে। দুই-তিনিবাৰ ছুৰিৰে হনাৰ পিছতেই গোলমাল শুনি পাম্পৰ খালাচীহঁত আহি পালে। সিহঁতে মোক ধৰি-বান্ধি ৰাখিলে— তাৰ পিছৰ পৰাই মই জেল খাটি আছোঁ।

আৰু শমশাদ?

তাইৰ কোনো খবৰেই পোৱা নাই।

কি ক'লা? দৌলতৰ মুখৰ পৰা প্ৰশ্নটো যেনিবা ছিটিকিহে ওলাল।

ইয়াচিনে কিছু সময় থমকি ৰ'ল। তাৰ পিছত আকৌ আৰম্ভ কৰিলে— আৰম্ভণিতে দেখা কৰাৰ সময় হ'লেই তাই মোক দেখা কৰিবলৈ আহিছিল। দুমাহলৈকে তাই ঠিকেই আহিছিল। মাও চুৰাটৰ পৰা আহি পাইছিল। টকা দুশ কোনোমতেহে তাই জমা কৰিছিল। সেই

দুশ টকাও খৰচ হৈ গ'ল। তাৰ পিছত অভাৱ-অনাটনে দেখা দিলে। তাইৰ গহনা-পাতি অলপ-অচৰপ যি আছিল বিক্ৰী কৰি দিলে। কাঁহি-বাতি, খাট, বিছনা সকলো বিক্ৰী কৰিলে। এইদৰে তাই কোনোমতে চাৰিমাহ পাৰ কৰিলে। ধাৰ-ঋণ কৰি তাই কোনোমতে আৰু এটা মাহ পাৰ কৰিলে। পাঁচ মাহ পিছত তাই যেতিয়া মোক দেখা কৰিবলৈ আহিল, তাই তেতিয়া ৰুগীয়া হৈ পৰিছে, তাইৰ বিশ্ৰী চেহেৰা দেখি মই কান্দি দিছিলোঁ। ভাবিছিলোঁ— ছুৰিখন ৰহিম ভাইৰ বুকুত সোমাই নগ'ল কিয়? একেবাৰে যমপুৰী পালেহেঁতেন। মোৰ ফাঁচী হ'লেও তেতিয়া মনত শান্তি পালোঁহেঁতেন।

তাৰ পিছত?

তাৰ পিছত এদিনাখন হেড মেকানিক ৰামৰংগে শমশাদক ত্ৰিশটা টকা লুকাই-চুৰকৈ দি থৈ আহিছিল। সেই টকাৰেই কিছুদিন পাৰ হ'ল। মায়ে দুঘৰমানত কাঁহী-বাতি ধোৱাৰ কাম ল'লে— দুঘৰৰ পৰা মুঠ এঘাৰ টকাকৈ বিনিময়ত পালে। তাৰ পিছত এৰাতি ৰামৰংগ আহিল আৰু গোপনে তাইক কুৰিটা টকা দিলে। সি ক'লে— শেঠে যদি গম পাই মই ইয়াচিনৰ বিবিক সহায় কৰিছোঁ, তেন্তে মোক কামৰ পৰা খেদি দিব। মায়ে তাক অন্তৰ উজাৰি আশীৰ্বাদ দিলে। শমশাদে তাক 'দাদা' বুলি মাতিছিল। তাৰ পিছত এৰাতি ধুমুহা-বৰষুণৰ মাজত ৰামৰংগ আহি উপস্থিত হ'ল। মোৰ মা আৰু বিবিয়ে দুদিন ধৰি অনাহৰে আছিল। ৰামৰংগে শমশাদক পঞ্চাশ টকা দিলে। শমশাদে তাইৰ ককায়েকৰ বাবে ৰুটী বনালে। তাক মৰম কৰি খুৱালে। মাই ক'লে— এই বৰষুণত আৰু ক'লৈ যাবি? ইয়াতেই শুই থাক। ৰামৰংগে মাৰ কথা মানি তাতেই শুই পৰিল। ৰাতি সি মোৰ বিবিৰ হাতত ধৰি নিজৰ ফালে টানিব ধৰিলে। শমশাদে চিঞৰি দিলে। কিন্তু ওচৰ-চুবুৰীয়া কোনোবা আহি পোৱাৰ পূৰ্বেই সি জাপ মাৰি উঠি দৌৰি পলাল।

দৌলতে উদাসীনভাৱে ক'লে— ৰাম আৰু ৰহিম দুয়োজনেই তেন্তে দুখীয়াৰ শত্ৰু হৈ পৰিল।

দুয়োজনে বহু সময় মনে মনে ঘাঁহ উভালি থাকিল। শেষত ইয়াচিনে নিজেই ক'লে— তাৰ পিছতো তাই আহিছিল। কেতিয়াবা তাই আহিছিল, কেতিয়াবা আকৌ অহা নাছিল। কিন্তু পিছলৈ গৈ যিজনীয়ে মোক সাক্ষাত কৰিব আহিছিল, তাই মোৰ মৰমৰ শমশাদজনী নাছিল। তাই বেমাৰী আৰু দুৰ্বল হৈ পৰিছিল। তাইৰ অৱস্থা দেখি মোৰ খুউব বেয়া লাগিছিল। কিন্তু মই কেতিয়াও তাইক সোধা নাছিলোঁ— তুমি কেনে আছা? দিনবোৰ কেনেকৈ পাৰ কৰি আছা? তুমি এনেকৈ শুকাই-খীণাই গৈছা কিয়? আৰু সুধিয়েনো লাভ কি?

ঠিকেই কৈছা— দৌলতে ক'লে।

তাৰ পিছত তাই আকৌ এবাৰ আহিল। সেয়াও আজিৰ পৰা চাৰি মাহমানৰ আগৰ কথা। ক'লে— ৰহিমভায়ে মোক ৰাখিব খুজিছে। কৈছে— মিছাতে কিয় তোৰ যৌৱন ধ্বংস কৰি আছ? কিয় অনাহাৰে থাকি মৰিব খুজিছ? মোৰ তালৈকে আহি যা। তোক মই সোণৰ হাৰ গঢ়াই দিম। বিজুলীৰ পোহৰ থকা ঘৰ দিম। ৰেচমী কাপোৰ দিম। তোৰ সকলো আশা মই পূৰ্ণ কৰিম। তাৰ পিছত শমশাদে মোৰ ফালে একেথিৰে চাই থাকিল। যেনিবা তাইৰ ডিঙিত কোনোবাই ছুৰি ধৰি আছে আৰু তাই মোক সুধি আছে— কোৱা, এতিয়া মই কি কৰিম?

মই আৰু কি ক'ম? শিৰ নত কৰি নীৰৱে থাকিলোঁ। তাইৰ দুচকুৰ পৰা টোপটোপকৈ চকুলো সৰি পৰিব ধৰিলে। মই তাইৰ সন্মুখত থিয় হৈ আছোঁ, তায়ো মোৰ সন্মুখত থিয় দি আছে। মই তাইৰ স্বামী আৰু তাই মোৰ বিবি। আমাৰ দুয়োৰে মাজত তাৰেৰে তৈয়াৰী জাল এখন। কাৰাগাৰৰ এই জাল মই একে ভুকুতে ভাঙি পেলাব পাৰোঁ। মোৰ হাত দুখনি যথেষ্ট মজবুত। কিন্তু যি জাল চকুত নপৰে, সেই জাল মই কেনেকৈ ভাঙি পেলাওঁ, দৌলত ভাই?

বহুসময় ৰৈ থাকিও তাই মোৰ পৰা কোনো উত্তৰ নাপাই হতাশ হৈ উভতি গ'ল। একোকে নোকোৱাকৈয়ে। তাৰ পিছত তাই আৰু অহা নাই। চাৰি মাহ পাৰ হৈ গ'ল। মোৰ শাস্তিৰ এতিয়াও ছমাহ বাকী। কিন্তু ভাবিছোঁ ছুৰিখন যদি ৰহিম ভাইৰ বুকুত সোমাই গ'লহেঁতেন! জীৱনৰ বাকী দিনবোৰ মই আনন্দ মনেৰে জেলখানাতে পাৰ কৰিব পাৰিলোঁহেঁতেন।

ইয়াচিনৰ মাতটো আৱেগত কঁপি উঠিল। তাৰ মনৰ দুখবোৰক সি তিতা আহাৰৰ গৰাহৰ দৰেই হজম কৰি পেলালে। তাৰ পিছত একান্তমনে পুৰণি ঘাঁহবোৰ উভালিবলৈ আৰম্ভ কৰিলে।

বহুসময় এইদৰে ইয়াচিন আৰু দৌলতে ঘাঁহ উভালি থকাৰ পিছত জেইলাৰ চাহাবে দুই-তিনিজন কয়েদী আৰু দুজনমান পহৰাদাৰক সন্মুখত লৈ সিহঁতৰ সন্মুখত উপস্থিত হ'লহি। জেইলাৰ চাহাবৰ মুখত মিচিকীয়া হাঁহি।

ইয়াচিনে আচৰিত হৈ তেওঁৰ মুখলৈ চালে। জেইলাৰ চাহাবে অলপ পিছুৱাই গৈ এজনী কয়েদীক দেখুৱাই দি ক'লে— এইক চিনি পোৱা?

ইয়াচিনে উঠি থিয় দিলে— শমী! তাৰ ডিঙিৰ পৰা চিঞৰ এটা ওলাই আহিল।

শমশাদৰ মুখমণ্ডলত হাঁহিৰ ঢৌ খেলি গ'ল। তাইক দেখি এনে ধাৰণা হয়— কয়েদী হোৱা বাবে তাইৰ মনত যেনিবা অলপো দুখ নাই। তুমি ইয়ালৈ কেনেকৈ আহিলা? ইয়াচিনে প্ৰশ্ন কৰিলে। উত্তেজনাত তাৰ উশাহ-নিশাহ বন্ধ হ'বৰ উপক্ৰম হ'ল।

শমশাদে ক'লে— তোমাৰ লগত দেখা কৰি উভতি যোৱাৰ দুদিন পিছতে কাছেম ভাইৰ ঘৰত কাম পালোঁ। সৰু ল'ৰা-ছোৱালী ৰখাৰ কাম। কাছেম ভাইৰ ঘৰ চৌৰংগীৰ পেট্ৰোল পাম্পৰ কাষতেই। ক'লে— তোকতো মই আগৰে পৰাই জানো। তাৰ পিছত আৰু বহুতো মিঠা মিঠা লগা কথা ক'লে। মোৰ লগত আইকো মাতি নিলে। তেওঁৰ ঘৰত সুখতেই আছিলোঁ। দহদিনমান অলপ আৰামত থকাৰ পিছতেই মোৰ চেহেৰা সলনি হৈ গ'ল। ভাবিলোঁ আৰু দহদিনমান পিছত তোমাক লগ পাবলৈ আহিম। ভাল খবৰটোও দিম। কিন্তু যিদিনাখন তোমাক লগ পাবলৈ অহাৰ কথা, তাৰ দুদিনমান আগেয়ে ঘৰলৈ দুই-তিনিজন আলহী আহিল, মোৰো কাম-কাজ বাঢ়ি গ'ল। এদিনাখন ৰাতি শিশুহঁতক টোপনি নিয়াই নিজেও শুবলৈ যাব ধৰোঁতে, কাছেম ভায়ে ক'লে— সৌ কোঠালিটোত মৌলবী এগৰাকী আছে, ফল-মূলৰ এই প্লেটখন তেওঁক দি থৈ আহগৈ। মই ফল-মূলৰ প্লেট আৰু ছুৰি লৈ কোঠালিটোত প্ৰৱেশ কৰিলোঁ। মৌলৱী চাহাবে মোৰ ফালে পিঠি দি খাটৰ ওপৰত বহি আছে। গিলাচৰ পৰা অলপ অলপকৈ কিবা তৰল পদাৰ্থ পান কৰি আছে। মোৰ ভৰিৰ শব্দ শুনি তেওঁ পিছমুৱা হৈ মোৰ ফালে চোৱাৰ লগে লগেই মই চিঞৰি দিলোঁ— মানুহজন ৰহিম ভাই! মই ফল-মূলৰ প্লেটখন টেবুলৰ ওপৰত থৈ উভতি আহিব ধৰোঁতেই ৰহিম ভায়ে ঠেলা মাৰি মোক খাটৰ ওপৰত পেলাই দি দুৱাৰখন বন্ধ কৰিবলৈ আগুৱাই গ'ল। মই সুযোগ পাই গ'লোঁ। সি যেতিয়া উভতিব ধৰিছে, মোৰ হাতত ফল-মূল কটা সেই ছুৰিখন আৰু মুখত আল্লাহৰ নাম। শমশাদে অলপ ৰৈ গ'ল।

জেইলাৰ চাহাবে মিচিকিয়া হাঁহি এটা মাৰি ক'লে— মোৰ ধাৰণা ৰহিম ভায়ে গোপনে কাছেম ভাইৰ লগত ষড়যন্ত্ৰ কৰিছিল। তাৰ পৰামৰ্শমতেই কাছেম ভায়ে শমশাদক নিজৰ ঘৰত কাম কৰিবলৈ নিয়োগ কৰিছিল। কাৰণ কাছেম ভায়ে আদালতত শমশাদৰ বিপক্ষেই সাক্ষী দিছে। কৈছে— তাই চুৰ কৰাৰ বাবেই ৰহিম ভাইৰ কোঠালিটোত প্ৰৱেশ কৰিছিল। পূৰ্বেও তাই দুই-এবাৰ হেনো চুৰ কৰি ধৰা পৰিছিল। সৰু-সুৰা চুৰি, কন্দা-কটা কৰাৰ বাবে কাছেম ভায়ে তাইক ক্ষমা কৰি দিছিল। গতিকে আদালতে শমশাদৰ কথাৰ ওপৰত কোনো গুৰুত্ব নিদিলে। ৰহিমভাই সাৰি গ'ল। কিন্তু আদালতে দয়া কৰি তোমাৰ বিবিক মাত্ৰ দহ মাহৰ কাৰাদণ্ডহে দিছে। চাৰিমাহ তাই অইন এখন জেলত আছিল। আজিয়েই বদলি হৈ তাই ইয়ালৈ আহিছে। আজিৰ দিনটো মই তোমালোক দুয়োকে একেলগে পাৰ কৰিবলৈ অনুমতি দিলোঁ।

শামু! মোৰ শামু! ইয়াচিনৰ চকু-মুখ উজ্জ্বল হৈ উঠে। অভিভূত হৈ সকলোৰে সমুখতে সি তাৰ বিবিৰ হাত এখনত ধৰিলেহি। জেইলাৰ চাহাবে হাঁহিব ধৰিলে। সহানুভূতিৰ সুৰেৰে ক'লে— যোৱা, তোমালোক দুজনে সৌ জামু গছজোপাৰ সিটো ফালে বহি আধা ঘণ্টা কথা পাতি লোৱাগৈ।

সিহঁত দুজনে সেই জামু গছজোপাৰ ফালে আগবাঢ়ি গ'ল। গছজোপাৰ সিটোফালে কাঠৰ বেঞ্চ এখনে অকণমান আবুৰৰ সৃষ্টি কৰিছে। সেই বেঞ্চখনৰ ফালেই আগুৱাই গ'ল সিহঁত দুজনে।

কথা পাতি পাতি ইয়াচিনে বহু ঘাঁহ উভালি পেলালে। কিন্তু শমশাদৰ দৃষ্টিত এক আশ্চৰ্য ব্যাকুলতা। অৱশেষত তাই সুধিয়েই পেলালে— জেলৰ পৰা ওলাই আমি ক'লৈ যাম?

ইয়াচিনে দৃঢ় আত্মবিশ্বাসেৰে ক'লে— ক'ৰবালৈ নহয় ক'ৰবালৈ যে যাম সেইটো নিশ্চিত। ক'তো ঠাই নাপালে ফুটপাথেই হ'ব আমাৰ ঘৰ। কিন্তু মান-সন্মান বিক্ৰী নকৰোঁ।

শমশাদে বহু সময় নীৰৱে থকাৰ পিছত তপত হুমুনিয়াহ এটা কাঢ়ি ক'লে— এই পৃথিৱীখন কেতিয়া সলনি হ'ব?

ইয়াচিনে হাঁহি হাঁহি ক'লে— ধেৎ পাগলী! পৃথিৱীখন নিজে কেতিয়াও সলনি নহয়, সলনি কৰিব লাগে। নতুন ঘাঁহৰ জন্মৰ বাবে যেনেকৈ পুৰণি ঘাঁহ উভালি পেলাব লাগে।

কথাটো কৈয়েই ইয়াচিনে দেহৰ সৰ্বশক্তি প্ৰয়োগ কৰি পুৰণি ঘাঁহ এথোপা উভালি আনি প্ৰচণ্ড ঘৃণাৰে দূৰলৈ দলিয়াই দিলে।

# ভানুভক্ত 'ৰামায়ণ'ৰ এটি বিশ্লেষণ

**গায়ত্ৰী নেৱাৰ**

**আৰম্ভণি ঃ**

ভানুভক্ত আচাৰ্য নেপালী সাহিত্যৰ প্ৰাথমিক কালৰ কবি। তেওঁৰ 'ৰামায়ণ' নেপালী সমাজত অতি জনপ্ৰিয়। সাহিত্যিকে সাহিত্য সৃষ্টি কৰি সমাজক চেতনশীল কৰি তোলে। ভানুভক্তয়ো নেপালী সমাজত চেতনা সঞ্চাৰ কৰি গ'ল। বৰ্তমান নেপালী সমাজৰ বিকশিতৰূপ, বিকশিত ভাষা তেওঁৰেই প্ৰভাৱ বুলিব লাগিব । তেওঁ এগৰাকী শ্ৰেষ্ঠতম সাহিত্যিক আছিল। তেওঁৰ প্ৰত্যেক ৰচনাৰ কেন্দ্ৰবিন্দু সমাজৰ কল্যাণতেই সাঙুৰ খাইছিল। দীৰ্ঘসময়ৰ পৰা জ্ঞানৰ পোহৰ নোপোৱা নেপালী জনসাধাৰণক উদ্ধাৰৰ বাবে তেওঁ প্ৰয়াস কৰিছিল।

ঊনবিংশ শতিকাৰ আদিভাগত অৰ্থাৎ ১৮১৪ খ্ৰীঃত ভানুভক্ত আচাৰ্যৰ নেপালৰ তনহুঁ জিলাৰ গাঁৱত পবিত্ৰ ব্ৰাহ্মণ পৰিয়ালত জন্ম হৈছিল। তেওঁ ১৮৪১ চনত ৰামায়ণ লিখিবলৈ আৰম্ভ কৰি ১৮৫৩ চনত শেষ কৰা কথা উল্লেখ আছে, অৰ্থাৎ যুবাৱস্থাতেই নেপালী ভাষাত সাতকাণ্ড ৰামায়ণ ৰচনা কৰে ।[১] তেওঁৰ ৰামায়ণখনক নেপালীৰ প্ৰথম মহাকাব্য বুলি কোৱা হয়। সুগঠিত আৰু সুব্যৱস্থিত মহাকাব্যাত্মকৰচনা ৰামায়ণ ৰামভক্তি ধাৰাৰ মাত্ৰ নহয় নেপালী সাহিত্যৰেই বিশিষ্ট উপলব্ধি হয়।

**মূল বিষয় ঃ ভানুভক্ত 'ৰামায়ণ'ৰ এটি বিশ্লেষণ**

**১) অধ্যায় বিভাজন বা কাণ্ড বিভাজন**

'অধ্যাত্ম ৰামায়ণ'ক আধাৰ ৰূপে গ্ৰহণ কৰি ভানুভক্তই তেওঁৰ ৰামায়ণ সংগঠন আৰু কাণ্ডবিভাজন কৰিছে। তেওঁৰ ৰামায়ণৰ শ্লোকৰ সংখ্যা গণনা কৰিলে সৰ্বমুঠ ১৩১৯ টা পোৱা যায় ।প্ৰতিটো শ্লোকত চাৰিটাকৈ পংক্তি পোৱা যায়। পূৰ্বীয় কাব্যলক্ষণ অনুসৰি মহাকাব্য হ'বলৈ হ'লে আঠসৰ্গ বা কাণ্ডতকৈ কম হ'ব নোৱাৰে। কিন্তু এই মান্যতাক ভানুভক্তই উলংঘন কৰি ৰামায়ণ ৰচনা কৰিছে। ভানুভক্ত ৰামায়ণত পৃষ্ঠা সংখ্যা ২২৩ টা

পৰিলক্ষিত আৰু পৃষ্ঠাত ছটাকৈ শ্লোকৰ ব্যৱস্থাপন কৰিছে। কিন্তু কিছুমান পৃষ্ঠাত চিত্ৰ সমাবেশ কৰা বাবে ছটাতকৈ কম শ্লোকৰ ব্যৱস্থাপন কৰা পৰিলক্ষিত। তলত কাণ্ড অনুসৰি শ্লোক সংখ্যা দেখুওৱা হ'ল।

এইদৰে বিশ্লেষণ কৰিলে দেখা যায় যে যুদ্ধকাণ্ডত সবাতোকৈ অধিক শ্লোক আছে। শ্লোকৰ সংখ্যানুসাৰে যুদ্ধকাণ্ড

| ক্ৰমিক সংখ্যা | কাণ্ডসমূহ | শ্লোক সংখ্যা | মুঠ পংক্তি |
|---|---|---|---|
| ১ | বালকাণ্ড | ১৩৯ | ৫৫৬ |
| ২ | অযোধ্যাকাণ্ড | ১২৩ | ৪৯২ |
| ৩ | অৰণ্যকাণ্ড | ১২২ | ৪৮৮ |
| ৪ | কিষ্কিন্ধ্যাকাণ্ড | ১৪৩ | ৫৭২ |
| ৫ | সুন্দৰকাণ্ড | ১৫৪ | ৬১৬ |
| ৬ | যুদ্ধকাণ্ড | ৩৮১ | ১৫২৪ |
| ৭ | উত্তৰকাণ্ড | ২৫৭ | ১০২৮ |
| | | মুঠ ১৩১৯ | মুঠ ৫২৭৬ |

আৰু উত্তৰা কাণ্ডই কবিৰ অভিব্যক্তিৰ বিস্তাৰিত ৰূপ হিচাপে পৰিগণিত হৈছে। এই ৰামায়ণ কোৱা আৰু শুনাৰ যি প্ৰক্ৰিয়া সেই প্ৰক্ৰিয়াই নিজস্ব ৰহন সানিছে। প্ৰকৃততে লৱ-কুশই গোৱা ৰামগাথাই শিৱই পাৰ্বতীক শুনাইছে আৰু শিৱই শুনোৱা ৰামকথাই পুনৰ ব্ৰহ্মাই নাৰদক শুনাইছে।[২] অৰ্থাৎ ব্ৰহ্মাই নাৰদক, শিৱই পাৰ্বতীক লৱ- কুশৰ গাঁথা কৈ শুনাইছিল। এইদৰে 'ৰামায়ণ' মহাকাব্য সুগঠিত হোৱাৰ ফলত মহাকাব্যখনি কৌতুহলপূৰ্ণ হৈ পৰিছে।

**২) ছন্দ ঃ**

ছন্দ প্ৰয়োগৰ দিশত ভানুভক্ত ৰামায়ণত বিভিন্ন বৰ্ণমাত্ৰাৰ ছন্দ সমাহাৰ ঘটা দেখা যায়। এই ৰামায়ণত শিখৰিণী, বসন্ততিলকা, স্ৰগ্ধাৰা, বংশস্থ, মালিনী, উপজাতি (ইন্দ্ৰবজ্ৰা + উপেন্দ্ৰবজ্ৰা), শাৰ্দুলবিক্ৰিডিত আদিৰ লগতে শাস্ত্ৰীয় বৰ্ণমাত্ৰিক ছন্দৰ প্ৰয়োগ ঘটিছে। উক্ত যিকোনো ছন্দতে তেওঁৰ কৌশল আৰু শ্ৰুতিমধুৰতাৰ ছবি ফুটি উঠিছে। এনেদৰে বিবিধ ছন্দৰ প্ৰয়োগ ঘটিলেও অত্যাধিক মাত্ৰাত নেপালী সমাজত শাৰ্দুলবিক্ৰিডিত ছন্দৰ ব্যাপকতা পৰিলক্ষিত হয়। আনকি ভানুভক্তই শাস্ত্ৰীয় ছন্দ অত্যন্ত সহজ সৰলভাৱে প্ৰয়োগ কৰিছে। অনুপ্ৰাস, অত্যানুপ্ৰাসৰ প্ৰয়োগ, একেধৰণৰ স্বৰবৰ্ণৰ প্ৰয়োগ বা পুনৰাবৃত্তিয়ে ছন্দক অত্যন্ত লয়যুক্ত আৰু মধুৰ কৰি তুলিছে। ৰামায়ণৰ শ্লোকত পোৱা শ্ৰুতিগত মাধুৰ্য, ভাষাগত সৌন্দৰ্য, সাংগীতিক ঝংকাৰ, লয়াত্মকতাও ছন্দ প্ৰয়োগৰ ফলতে সক্ষম হৈছে আৰু এনেবোৰ তত্ত্বৰ ফলশ্ৰুতিতে তেওঁৰ ছন্দ লয়াত্মক আৰু শ্ৰুতিমধুৰ হৈ পৰিছে। ছন্দৰ বাবেই তেওঁৰ ৰামায়ণখনি সহজ, সৰল শ্ৰুতিমধুৰ হৈ পৰিছে। "তেওঁ কেতিয়াও একেটা ছন্দৰ দাস নহয়, লয়ৰ বাবে তেওঁ মাজে মাজে ছন্দ পৰিৱৰ্তন কৰি দিয়ে, এইদৰে তেওঁৰ বিবিধ ছন্দৰ প্ৰয়োগৰ দুটা কাৰণ পৰিলক্ষিত হয়। সেয়া হ'ল - গুণ সমূহৰ উপযুক্ত বিন্যাস আৰু লয়াত্মক এক ৰসক ভংগ কৰা।" (কেশৱ প্ৰসাদ উপাধ্যায়- প্ৰাথমিক কালীন কবি আৰু কাব্য প্ৰবৃত্তি, ললিতপুৰ, সাঝা প্ৰকাশন, ২০৩১, পৃ-৩০০)। তেওঁৰ ৰামায়ণৰ সাতোটা কাণ্ডতে অত্যাধিক মাত্ৰাত শাৰ্দুলবিক্ৰিডিত ছন্দৰ প্ৰয়োগ ঘটিছে আৰু সাতোটা কাণ্ডতে মুঠ ১০৪৯ টা শ্লোক এই ছন্দত ৰচিত হৈছে। ৰামায়ণখনত মুঠ ১৩১৯ টা শ্লোকৰ ভিতৰত আৰম্ভণি আৰু সমাপ্তিত এই শাৰ্দুলবিক্ৰিডিত ছন্দৰ প্ৰয়োগেই দেখা যায়। সেই অনুপাতে প্ৰায় ৭৯.৫ শতাংশ এই ছন্দৰ সমাহৰ ঘটিছে। ঊনৈশটা অক্ষৰৰ শাৰ্দুলবিক্ৰিডিত ছন্দ অতি গয়াত্মক। শাৰ্দুলবিক্ৰিডিত ছন্দৰ পিছত এই ৰামায়ণখনত দ্বিতীয় স্থানত আছে বসন্ততিলকা ছন্দ। এই ছন্দৰ প্ৰয়োগ মুঠ ১৩৪ টা শ্লোকত পৰিলক্ষিত। বালকাণ্ডৰ বাহিৰে বাকী ছটা কাণ্ডত এই ছন্দৰ সমাবেশ ঘটিছে। তৃতীয় স্থানত আছে মালিনী ছন্দ। ইয়াত মুঠ ৪১ টা শ্লোকৰ প্ৰয়োগ পৰিলক্ষিত হয়। মালিনী ছন্দৰ প্ৰয়োগ সুন্দৰাকাণ্ড আৰু যুদ্ধকাণ্ডতহে দেখা যায়। চতুৰ্থ ছন্দত আছে স্ৰগ্ধৰা ছন্দ। এই ছন্দৰ প্ৰয়োগবালকাণ্ড, কিষ্কিন্ধাকাণ্ড আৰু উত্তৰাকাণ্ডৰ বাহিৰে বাকী চাৰিটা কাণ্ডত সন্নিবিষ্ট আছে। পঞ্চম আৰু ষষ্ঠ স্থানত ক্ৰমে ইন্দ্ৰবজ্ৰা আৰু শিখৰিণী ছন্দ পৰিলক্ষিত। এই ছন্দবিলাকৰ প্ৰয়োগ ক্ৰমে ত্ৰিশটা আৰু ঊনত্ৰিশটা শ্লোকত পোৱা যায়। সপ্তম স্থানত আছে উপজাতি ছন্দ। এই ইন্দ্ৰবজ্ৰা বা উপেন্দ্ৰবজ্ৰা মিশ্ৰিত ছন্দৰ প্ৰয়োগ এই মহাকাব্যখনৰ উত্তৰাকাণ্ডতহে পোৱা যায়। এনে ছন্দৰ প্ৰয়োগ কেৱল তিনিটা ছন্দত পোৱা যায়। এই উপজাতি ছন্দৰ প্ৰয়োগ মূলতঃ ইন্দ্ৰবজ্ৰাৰ পৰা সৃষ্টি হয়। ইন্দ্ৰবজ্ৰা ছন্দ প্ৰয়োগ হোৱা কোনো শ্লোকৰ চাৰিটা পংক্তিৰ ভিতৰত কোনো এটা হৰফ বা পংক্তিৰ প্ৰথম অক্ষৰ হ্ৰস্ব হ'ল সেই চৰনৰ নাম উপেন্দ্ৰবজ্ৰা হৈ মিশ্ৰিত ৰূপত সেয়া উপজাতি ছন্দ হয়। এই ৰামায়ণৰ অষ্টম আৰু নৱম ছন্দত ক্ৰমশঃ স্বাগতা আৰু দ্ৰুতবিলম্বিত হয়। এই দুয়োটা ছন্দৰ প্ৰয়োগ সুন্দৰকাণ্ড

আৰু যুদ্ধকাণ্ডত এটা শ্লোকত মাত্ৰ পৰিলক্ষিত হয় ।

ৰস ঃ- সাহিত্যত ৰসে ৰচনাৰাজিক ৰমণীয় কৰি তুলে। ৰচনাৰাজিৰ দ্বাৰা মনৰ ভাৱৰ পৰিস্ফুটন হয় আৰু পাঠকক আনন্দ প্ৰদান কৰে, অৰ্থাৎ ৰসেই কাব্যৰ আত্মা বুলি মানি অহা হৈছে সেয়ে ‘বাক্যং ৰসাত্মক কাব্যম’।

কবি ভানুভক্ত আচাৰ্যৰ ‘ৰামায়ণ’ মহাকাব্য’ ভাৱৰসেৰে পৰিপূৰ্ণ হৈ আছে । মহাকাব্যখন আখ্যানাত্মক পদযুক্ত আৰু অতি সুন্দৰ ৰামকথাৰ সমাবেশ ঘটাৰ বাবে এই ৰামায়ণখন লোকপ্ৰিয় হৈ উঠিছে । ইয়াত ৰামভক্তিমূলক ভক্তিৰস প্ৰধানকৈ ব্যাপ্তি ঘটাৰ বাবে আধ্যাত্মিক বেদান্ত জ্ঞানৰ কাব্যত পৰিগণিত হৈছে । ইয়াৰ উপৰিও শান্ত ৰস আৰু বেদান্ত জ্ঞান কাব্যৰ সংমিশ্ৰিত অৱস্তাও পৰিলক্ষিত হৈছে । কবি ভানুভক্তই ঠাই অনুসৰি নটা ৰসেই প্ৰয়োগ কৰা দেখা যায় । তলত প্ৰতিটো ৰসৰ উদাহৰণ দাঙি ধৰা হ’ল ।

( ক) শৃংগাৰ ৰস ঃ-

‘অগ্নীলে পনি বিন্তি বাত গৰী তহাঁ সীতা জসৈ তা দিয়া।
খুসী মন্ ৰঘুনাথকো হুন গয়ো সিতাজিলাঈ লিয়া ।।’
(যুদ্ধ কাণ্ড, ৩০০)

অৰ্থাৎ, আগ্নিয়ে যেতিয়া কাকুতি মিনতি কৰিলে, তেতিয়া ৰঘুনাথে আনন্দ মনেৰে সীতাক গ্ৰহণ কৰিলে ।

(খ) হাস্য ৰস ঃ-

‘য়স্তো বচন্ সুনি সিতা কন হাঁসি হেৰী ।
উত্তৰ দিয়া প্ৰভুজিলে ঘৰমৈ ছ মেৰী ।।
সৌতা বুঝী কন নভজ তঁ পতী মলাঈ ।
ভাঈ ছ খালি বৰু ভজ পাতি ভাই লাঈ ।।
(অৰণ্য কাণ্ড, ৩২)

অৰ্থাৎ, এনে কথা শুনি ৰামে সীতাৰ ফালে চাই হাঁহি মাৰি ক’লে - মোৰ গৰাকী ঘৰতেই আছে, সতিনী থকা লোকক কিয় পতিৰূপে বৰণ কৰিবা ? মোৰ ভাই অকলশৰীয়া। তেওঁকে পতিৰূপে বৰণ কৰা ।

( গ) করুণ ৰস ঃ-

‘দাজ্যকো গৰি হাল আজ তিমিলে ক্ৰীয়া বিধানলে গৰী।
ৰুন্‌ছন ৰাণীহৰু বুঝাও অহিলে চাড়ৈ অগাড়ী-সৰী ।।
(যুদ্ধকাণ্ড কাণ্ড, ২৭৭)

অৰ্থ্যাৎ, তুমি এতিয়া গৈ কান্দোনত ভাগি পৰা ৰাণীসকলক সান্ত্বনা দিয়া আৰু ককায়েৰা ৰ দাহ সংস্কাৰ কৰা।

( ঘ) বীৰ ৰস ঃ-

ৰাৱনকো তহিঁ ছাতি তাকি কন বান ছোড়্যা মৰোস য়ো ভনী
তেস্ বাণ্‌লে ততহাঁ সহজ মৰিগয়ো ঘুমেৰ লোট্যো পনী।।
বাকী ৰাক্ষস জো থিয়া তি পনি সব দৌড়েৰ ভাগী গয়া।
জিত্ ভো শ্ৰী ৰঘুনাথকো ভনী তহাঁ সম্পূৰ্ণ খসী ভয়া।
(যুদ্ধ কাণ্ড, ২৬৭)

অৰ্থাৎ, ৰাৱণৰ বুকুলৈ লক্ষ্য কৰি যেতিয়া ৰামে বাণ এৰিলে তেতিয়া ৰাৱণ বাণৰ আঘাতত মাটিত বাগৰি পৰিল । বাকী থকা ৰাক্ষস সকলো পলাই গ’ল । তেতিয়া ৰামৰ জয় হ’ল বুলি সকলো আনন্দিত হ’ল ।

( ঙ) ৰৌদ্ৰ ৰস ঃ-

জব ত অতি পিয়াৰো পুত্ৰ কান্‌ছো মৰ্‌্যাকো ।
খবৰ কহন আয়ো ফৌজ সমেত নাশ গৰ্‌্যাকো ।।
তব ত অধিক তাপ ভৈ ভান্‌ছ ৰাৱণ ৰিসাই ।
অব ত গঈ ম আফৈ মাৰ্দছু ত্যসলাই ।।
(সুন্দৰা কাণ্ড, ৯৬)

অৰ্থাৎ, সৈন্যবোৰৰ সৈতে অতি মৰমৰ সৰু পুত্ৰৰ মৃত্যুৰ বতৰা পাই ৰাৱণ মৰ্মাহত হ’ল আৰু নিজেই গৈ হনুমানক বধ কৰিম বুলি সংকল্প কৰিলে ।

( চ) ভয়ানক ৰস ঃ-

হা ৰামহু লক্ষ্ম নহু যত্তি মাত্ৰ মুখলে বোলেৰ সাহ্নৈ ৰুঁদী।
তন্মন্ ৰাম বিযে ধৰেৰ বহুতৈ বিহবল নিৰন্তৰ হুঁদী ।।
দেখ্যা তাঁহি জটায়ুলে ৰ উড়ি গৈ ৰথ চূৰ্ণ পাৰী দিয়া ।
ঘোড়া চূৰ্ণ গৰাঈ ফেৰ্ ধনুসমেত টুক টুক গৰাঈ দিয়া।।
(অৰণ্য কাণ্ড, ৮৮)

অৰ্থাৎ, সীতাই ‘হা ৰাম হু হা লক্ষ্মণ’ বুলি চিঞৰি বিহ্বল হৈ কান্দি যোৱা দেখি জটায়ু পক্ষীয়ে উৰা মাৰি খেদি আহিল আৰু ৰথখন আক্ৰমণ কৰি চূৰ্ণ-বিচূৰ্ণ কৰিলে । ঘোঁৰা আৰু ধনু পৰ্যন্ত টুকুৰা-টুকুৰ কৰিলে ।

(ছ) বীভৎস ৰস ঃ-

তিন্‌কা তি সব হতিয়াৰহৰু কাটি-টাৰী।
সম্পূৰ্ণ ৰাক্ষসহৰু কন্ন জল্‌দি মাৰী ।।
কাট্যা খৰ ত্ৰিশিৰ দূষণলাই তাহাঁ ।
সম্পূৰ্ণ ৰাক্ষস সক্যা ঘৰিচাৰ মাহাঁ ।।
(অৰণ্য কাণ্ড , ৪১)

অৰ্থাৎ, তেওঁলোকৰ সকলো অস্ত্ৰ কাটি শেষ কৰি ৰামাচন্দ্ৰই অতি শীঘ্ৰেই সকলো সৈন্য ধ্বংস কৰিলে আৰু সৰ্বশেষত ৰাক্ষস তিনিজনকো বধ কৰিলে ।

( জ) অদ্ভুত ৰস ঃ-

"য়েতী বিন্তি গৰী দিয়া তি গহনা দেখ্যা প্ৰভুলে পনী।
চীহ্ন্যা সব গহনা ৰ শোক বহুত ভো হাহ্লু মেৰি সীতাহ্লু ভনী।।
ৰোয়া ছাতি বিষে ধৰ্য্যা গহনা নানা বিলাপলে জসৈ ।
লক্ষ্মন সুগ্ৰীৱলে তহাঁ প্ৰভুজিকো দিল খুছ গৰায়া তসৈ ।।
(কিষ্কিন্ধা কাণ্ড , ১০)

অৰ্থাৎ, অলংকাৰবোৰ দেখি ৰামে চিনি পালে আৰু তেওঁৰ অন্তৰত শোকে খুন্দা মাৰি ধৰিলে । ৰামচন্দ্ৰই হায় মোৰ সীতা ক'ত আছা' বুলি গহনাবোৰকে ধৰি বিলাপ কৰি কান্দিবলৈ ধৰিলে । তেতিয়া লক্ষ্মন আৰু সুগ্ৰীৱে ৰামক সান্ত্বনা দিবলৈ ধৰিলে ।

(ঝ) শান্ত ৰস ঃ-

"তী বিপ্ৰ পত্নি হৰুলে পনি লক্ষ্মি জানী।
পূজা সিতা কন গৰ্য্যা অতি ভাগ্য মানী।।
সীতাপতী পনি বিৰক্ত ভয়েৰ সুখ ভোগ ।
ছোড়ী মুনী সৰি ভয়া মনলে লিয়া য়োগ ।।
(উত্তৰা কাণ্ড , ১১৯)

অৰ্থাৎ, ঋষি পত্নীসকলেও লক্ষ্মীজ্ঞানেৰে সীতাক সেৱা পূজা কৰি নিজে ধন্য মানিলে । সিফালে সীতাপতিয়ে সংসাৰৰ সুখ ভোগৰ প্ৰতি বিৰক্ত হৈ মনে মনে সন্যাস গ্ৰহণ কৰি যোগীৰ দৰে হৈ পৰিল ।

কবি ভানুভক্তৰ ৰামায়ণত নৱৰসৰ সমাহাৰ ঘটিছে যদিও ই এক ভক্তিভাৱপ্ৰধান কাব্য । এই ৰামায়ণ খনত মৰ্যাদা পুৰুষ শ্ৰী ৰামচন্দ্ৰৰ লীলাৰ কাহিনীক বেদান্তী অধ্যাত্ম চেতনাৰ পৃষ্ঠভূমিত অগাধ ভক্তিৰস প্ৰবাহিত কৰি ভানুভক্ত আচাৰ্যৰ ৰামায়ণে সম্পূৰ্ণৰূপে পাঠক আৰু শ্ৰোতাক পৰ্য্যাপ্ত ভক্তিভাৱ সৃজন কৰাত সক্ষম হৈছে । পূৰ্বীয় আৰ্য্য সংস্কৃতি আৰু হিন্দু পৰম্পৰাত পোৱা ৰামগাথাৰ আধাৰত 'অধ্যাত্ম ৰামায়ণক ভিত্তি কৰি ভানুভক্ত আচাৰ্যৰ দ্বাৰা ৰচিত 'ৰামায়ণ' মহাকাব্যত ভক্তিভাৱ আৰু শান্তৰসক কেন্দ্ৰীয়ৰূপত উপস্থাপন কৰা হৈছে আৰু বাকী- সকলো ৰসকে নেপালী সমাজৰ ইচ্ছা, ভাৱনা আৰু আৱশ্যকতা অনুসৰি স্থান দিছে । সেয়ে ৰামভক্তি হৈয়ো বেদান্ত জ্ঞানমূলক আত্মমোক্ষৰ পৰা শান্তৰসলৈকে উন্নীত হোৱাৰ দৃষ্টিভংগীৰে এই মহাকাব্য জ্ঞানকাব্যৰ স্তৰলৈকে পৰিগণিত হৈছে ।

৪ । **অলংকাৰ ঃ-**

কবি ভানুভক্ত ছন্দ প্ৰয়োগত যিমান সিদ্ধহস্ত আছিল অলংকাৰ প্ৰয়োগতো সিমানেই পাকৈত আছিল । তেওঁ উপমা অলংকাৰৰ প্ৰয়োগ কৰিছিল যদিও ঠায়ে ঠায়ে ৰূপক, অৰ্থান্তৰন্যাস আৰু দৃষ্টান্তৰ দৰে অলংকাৰ ব্যৱহাৰ কৰা পৰিলক্ষিত হয় । এই অলংকাৰ প্ৰয়োগ কবিৰ সুনিয়োজিত পৰিকল্পনা নহৈ আৱশ্যকীয় আৰু অনিবাৰ্য ঠাইত প্ৰকৃতিৰ দৰে আপোনা আপুনি হোৱা যেন লাগে । তেওঁ অৰ্থালংকাৰতকৈ শব্দালংকাৰৰ অধিক প্ৰয়োগ কৰিছে । মূল 'অধ্যাত্ম ৰামায়ণ'ৰ তুলনাত ভানুভক্ত ৰামায়ণত অলংকাৰ প্ৰয়োগ কম দেখা যায় । তলত ভানুভক্ত ৰামায়ণত প্ৰয়োগ হোৱা অলংকাৰৰ উদাহৰণ দিয়া হ'ল ।

**শব্দালংকাৰৰ প্ৰয়োগ ঃ-**

ছেকানুপ্ৰাস ঃ

'য়েতী বিন্তি গৰী দিয়া তি গহনা দেখ্যা প্ৰভুলে পনী।
চীহ্ন্যা সব গহনা ৰ শোক বহুত ভো হাহ্লু মেৰি সীতাহ্লু ভনী।।
ৰোয়া ছাতি বিষে ধৰ্য্যা ৰ গহনা নানা বিলাপলে জসৈ।
লক্ষ্মন সুগ্ৰীৱলে তহাঁ প্ৰভুজিকো দিল খুছ গৰায়া তসৈ।।
(কিষ্কিন্ধ্যা কাণ্ড , ১০)

শ্ৰোত্যানুপ্ৰাস ঃ

নজৰ ৰৱি পৰীকো জো ছ শোভা নজৰ ভো ।
ত্ৰিকুট গিৰি ওপৰকা পুৰিমা ফেৰ নজৰ গো ।।
ৰৱিপৰি পৰখাল ছন বীচ বিচমা ছ খাৰা ।
সহজ ত অৰুলে তা গৰ্ন কো ছক্ছ দাৰা।।
(সুন্দৰা কাণ্ড , ১৭)

বৃত্ত্যানুপ্ৰাস ঃ

'হুকুম ভো হনুমানলাই হনুমান হ্লু লৌ শৃঙ্গবেৰমা গঈ।
মেৰা খুপ প্ৰিয় ছন্ ছখা গুহ তহাঁ তিনথৈ সমাচাৰ কহী।।
নন্দী গ্ৰাম গই ভাই লাই গৰি ভেট শ্ৰী ৰাম আয়া ভনী।।
মেৰো লক্ষ্মনকো সিতাজি হৰুকো সমচাৰ বতাও পনী।।
(যুদ্ধ কাণ্ড ,৩২৪)

**অৰ্থালংকাৰৰ প্ৰয়োগ ঃ-**

***"তেওঁ কেতিয়াও একেটা ছন্দৰ দাস নহয়, লয়ৰ বাবে তেওঁ মাজে মাজে ছন্দ পৰিবৰ্তন কৰি দিয়ে, এইদৰে তেওঁৰ বিবিধ ছন্দৰ প্ৰয়োগৰ দুটা কাৰণ পৰিলক্ষিত হয়। সেয়া হ'ল - গুণ সমূহৰ উপযুক্ত বিন্যাস আৰু লয়াত্মক এক ৰসক ভংগ কৰা।"***

"তেওঁ কেতিয়াও একেটা ছন্দৰ দাস নহয়, লয়ৰ বাবে তেওঁ মাজে মাজে ছন্দ পৰিবৰ্তন কৰি দিয়ে, এইদৰে তেওঁৰ বিবিধ ছন্দৰ প্ৰয়োগৰ দুটা কাৰণ পৰিলক্ষিত হয়। সেয়া হ'ল - গুণ সমূহৰ উপযুক্ত বিন্যাস আৰু লয়াত্মক এক ৰসক ভংগ কৰা।"

ভানুভক্ত 'ৰামায়ণ'ত অৰ্থালংকাৰৰ ভিতৰৰ উপমা ৰূপক, দৃষ্টান্ত আদিৰ প্ৰয়োগ পৰিলক্ষিত হৈছে ।

উদাহৰণ স্বৰূপে -

**অতিশয়োক্তি ঃ-**

'জো মণ্ডপ ছ বিবাহকো তছ ওপৰ ঝুমকা হিৰাকা ঝুলে।
মুগা মোতি জুহাৰ জনক পুৰমহাঁ ঘৰ ঘৰ সবৈকা মুল্যা।।'

(বাল কাণ্ড , ১১১)

অৰ্থাৎ, চহৰৰ প্ৰত্যেক ঘৰ হীৰা, মণি-মুকুতাৰে অলংকৃত কৰা হ'ল আৰু এক মংগলময় মুহূৰ্তত বিবাহৰ কাৰ্য সম্পন্ন কৰা হ'ল ।

**ৰূপক ঃ-**

'য়স্তো বিন্তি পনী অনাদৰ গৰী কালাগ্নি জস্তা ভয়া।
ৰামকো গৰ্ব হৰু ভনী পৰশুৰাম ৰামকৈ অগাড়ী গয়া।।'

(বাল কাণ্ড , ১২৫)

অৰ্থাৎ, এনে অনুৰোধ প্ৰত্যাখান কৰি পৰশুৰামে কালগ্নিৰ ৰূপ ধাৰণ কৰিলে আৰু ৰামৰ বীৰত্ব খৰ্ব কৰাৰ উদেশ্যে ক'লে।

**উপমা ঃ-**

'অজ্ঞানৈ ছ ঘুমাওন্যা সকলকো শশ্রুসৰীকো য়হাঁ' ।

(উত্তৰা কাণ্ড , ১২৭)

অৰ্থাৎ, অজ্ঞানতাই শত্ৰুৰ দৰে ঘুৰাই থাকে ।

'ৰাজা বৃক্ষসৰী গিৰ্য্যা পৃথিবীমা ।'

(আযোধ্যা কাণ্ড , ১৮)

অৰ্থাৎ, বৃক্ষৰ দৰে ৰজা পৃথিবীত বাগৰি পৰিল ।

**দৃষ্টান্ত ঃ-**

'ভ্যাতুতো খাঁ ভনি খেজছ ডাঁছ মুখ বিযে সাপলে ধৰেকো পনি।

তেসতৈ ভোগ গৰুলা ভনেৰ মনলে ভন্‌ছন দুনীয়া পনী।।

(অযোধ্যা কাণ্ড , ৩১)

অৰ্থাৎ, যেনেকৈ সাপে ধৰা ভেকুলি এটায়ো মাখি খাবলৈ মুখ মেলে, ঠিক তেনেকৈ মানুহেও কালসৰ্পৰ মুখত পৰিও জীৱন উপভোগ কৰিম বুলি কয় ।

**অসংগতি ঃ-**

'হে তাৰাজি হু বিচাৰ নৰাখি তিমিলে শোকৈ কতী গৰ্দছৌ।
য়ো মেৰো পতি হো ভনেৰ নবুঝী ব্যৰ্থৈ শৰীৰ হৰ্দছৌ।।

জী বৈ হো পতি ভন্দছৌ পনি ভন্যা মৰ্দৈন জীৱ তা কহীঁ।

দেহৈ হো পনি ভন্দছৌ ত কিন শোক গৰ্ছৌ ছউ তা য়হীঁ ।।

(কিষ্কিন্ধা কাণ্ড , ৬২)

অৰ্থাৎ, শুনা তাৰা, কিয় তুমি শোক কৰিছা, আৰু কিয় মোক স্বামী বুলি শৰীৰ ত্যাগ কৰিব খুজিছা ? যদি জীৱক স্বামী বুলি ভাবিছা, তেন্তে জীৱৰ কোনো দিনা মৃত্যু নাই আৰু শৰীৰটোক যদি স্বামী বুলি ভাবিছা, তেন্তে শোক কৰাৰ কোনো প্ৰয়োজন নাই , কাৰণ শৰীৰ ইয়াত পৰি আছে ।

ভানুভক্ত ৰামায়ণত মূলতঃ কথোপকথন আৰু বিষয়বস্তু বৰ্ণন তথা জ্ঞানমীমাংসাৰ অভিধাত্মক কথনশক্তি অধিক দেখা গ'লেও মাজে মাজে লক্ষণা আৰু ব্যঞ্জনা যুক্ত উক্তিও দেখা যায় । তথাপি শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ প্ৰয়োগে মহাকাব্যখনৰ সৌন্দৰ্য বৃদ্ধি কৰিছে ।

**উপসংহাৰঃ-**

কবি ভানুভক্তই তেওঁৰ 'ৰামায়ণ' ত অধ্যায় বিভাজন, ৰস, ছন্দ, অলংকাৰ এইদৰে প্ৰয়োগ কৰিছে । তেওঁৰ সমূহ ৰচনাৰাজিৰ ভিতৰত 'ৰামায়ণ' খনেই সৰ্বশ্ৰেষ্ঠ আৰু লোকপ্ৰিয় ৰচনা ৰূপে পৰিগণিত হৈছে ।

ভানুভক্তই নেপালী ভাষাত 'ৰামায়ণ' ৰচনা কৰি নেপালী সাহিত্যৰ ভঁৰাল চহকী কৰিলে । উক্ত আলোচনাৰ পৰা দেখা যায় যে উনবিংশ শতিকাৰ নেপালী ভাষাই ভানুভক্ত 'ৰামায়ণ'ত কাব্যিক সৌন্দৰ্য প্ৰদান কৰাত বিভিন্ন দিশৰ পৰা পূৰ্নাংগ ৰূপ লাভ কৰিছে ।

**সূত্ৰ-নিৰ্দেশ ঃ**

১. ভানুভক্তকো ৰামায়ণ, বিবিধ পাঠযুক্ত তথা পৰিশোদিত সংস্কৰণ পৃ. ২১

২. কৃষ্ণ প্ৰসাদ আচাৰ্য, পূৰ্ব আধুনিক নেপালী সাহিত্য, লোকসাহিত্য ৰ আধুনিক নেপালী নিবন্ধ- পৃ. ১০০

সহায়ক গ্ৰন্থপঞ্জীঃ

১. আচাৰ্য কৃষ্ণপ্ৰসাদ ঃ পূৰ্ব আধুনিক নেপালী সাহিত্য, লোকসাহিত্য ৰ আধুনিক নেপালী নিবন্ধ, ক্ষিতিজ প্ৰকাশন, ত্ৰি. বি. কীৰ্তিপুৰ ।

২. গ্যৱালী সুৰ্যবিক্ৰম (সম্পা)ঃ ভানুভক্তকো ৰামায়ণ বিবিধ পাঠযুক্ত তথা পৰিশোধিত, প্ৰকাশক সাহিত্য অকাডেমীৰ নেপালী সাহিত্য সন্মিলন, নই দিল্লী-২০১২

৩. ৰাঈ ইন্দ্ৰ বাহাদুৰ (সম্পা) ঃ ভানুভক্তকা কৃতি, অধ্যয়নহৰু, নেপালী সাহিত্য পৰিষদ-১৯৯৬

**ধাৰাবাহিক**

# ডানিকেনৰ দৃষ্টিত মহাবিশ্বৰ আন গ্ৰহত প্ৰাণী

**মূল ঃ একি ডন ডানিকেন ঃ** Erinnerenger an die zukunft
**ইংৰাজী অনুবাদ ঃ** Chariots of God
**অসমীয়ালৈ অনুবাদ ঃ শ্ৰী দীপক কৃষ্ণ ভাগৱতী**



**বা**ইবেলৰ প্ৰাচীন অধ্যায়ত (Old Testament) দেবদূতসহ ঈশ্বৰ বা ভগৱান আকাশৰ পৰা কেতিয়াবা একেলগে আৰু কেতিয়াবা অকলে নামি অহা বিষয় ৰোমাঞ্চকৰ কাহিনীভাগৰ বৰ্ণনা আছে। পয়াম্ভৰ ইজকিয়েলে এই বিষয়ত দিয়া বৰ্ণনা এটা এনেধৰণৰ— ত্ৰিশত বছৰৰ চতুৰ্থ মাহৰ পঞ্চম দিৱস যেতিয়া মই কবাৰ নদীপাৰত নিৰ্বাসিত লোকসকলৰ লগত আছিলোঁ, তেতিয়া দেখোঁ আমি সদায় কৈ থকা সৰগখন যেন খোল খাইছে, মই ঈশ্বৰৰ দৰ্শন লাভ কৰিবলৈ সক্ষম হ'লোঁ। মই থিয় হৈ থকা দিশৰ পৰা উত্তৰ ফাললৈ মোৰ দৃষ্টি গ'ল, দেখিলোঁ দূৰন্ত ঘূৰ্ণী বতাহৰ সৃষ্টি হৈছে আৰু এই বতাহৰ লগত যেন ভাঁহি আহিছে মেঘ আৰু অগ্নিৰ পাহাৰ, যাৰ চাৰিওফালে ঘূৰ্ণাকৃতিত সিঁচৰতি হৈ আছে তেজ আৰু মধ্যবিন্দুত আছে চক্‌মকীয়া ধাতু নিৰ্মিত কিবা পদাৰ্থ। যিমানেই ওচৰ চাপিছে মধ্য

বিন্দুত থকা ধাতৰ পদাৰ্থ সিমানেই স্পষ্ট হৈছে। চাৰিটা মূৰ্তিয়ে সেই মধ্যবিন্দুৰ স্থানত আছে যিবিলাকৰ আকৃতি আছিল মানুহৰ দৰে। প্ৰত্যেকটো মূৰ্তিৰে মুখ আছিল চাৰিখনকৈ, পক্ষও আছিল চাৰি। ভৰিবোৰ আছিল একেবাৰে পোন, মসৃণ, ভৰিৰ পতা বহল আৰু চেপেটা। শাৰীৰিক অৱয়ব আছিল তেজাল চক্‌চকীয়া ৰঙৰ। এই চাৰিও মূৰ্তি আহিছিল এখন যানত উঠি। ইজেকিয়েলে যানখন অৱতৰণ সম্বন্ধে নিখুঁত বৰ্ণনা দাঙি ধৰিছিল এনেধৰণে— সমগ্ৰ অঞ্চল পোহৰাই উত্তৰ দিশত অহা এই যানখনে অৱতৰণৰ সময়ত কোনো দাঁতিকাষৰীয়া মৰুভূমিৰ বালি উৰুৱাই আনি অঞ্চলটো বালিৰে মেঘাচ্ছন্ন সদৃশ কৰি তুলিছিল। ওল্ড টেষ্টামেণ্টত ঈশ্বৰক কল্পনা কৰা হৈছে তেওঁক সৰ্বব্যাপী সৰ্বশক্তিমান ৰূপত। সেয়ে যদি হয় এই ঈশ্বৰগৰাকীয়ে বাৰু এনেদৰে সেই ঠাইলৈ হঠাৎ আহিব লগা হ'ল কিয়? ইমান শব্দ হৈ-চৈ কৰি অহাতকৈ নিজ ইচ্ছানুযায়ী তেওঁ যতে মন যায় তাতেই আবিৰ্ভাৱ হ'ব পাৰিলেহেঁতেন?

ইজেকিয়েলৰ প্ৰত্যক্ষ দৰ্শনৰ বিৱৰণটো বাৰু অলপ বহলাই চোৱা যাওঁক। মই যেতিয়াই সেই প্ৰাণীবিলাকৰ ফালে দৃষ্টি নিক্ষেপ কৰিছিলোঁ ভূতসদৃশ এই চাৰিমুখীয়া প্ৰাণীবোৰক একোটা চক্ৰই আবৰি আছিল। সেইবোৰৰ পৰা নিৰ্গত হৈছিল জ্যোতি, এনেদৰেই চাৰিমুখৰ চাৰিওটা চক্ৰই সেই ঠাইৰ পৰা চাৰি দিশত— পৃথকে পৃথকে আঁতৰি গৈছিল। মই বহু সময় ধৰি ৰৈ থাকিও সেই ভূতসদৃশ প্ৰাণীবোৰক উভতি অহা দেখা নাছিলোঁ, সেই বিলাকৰ অৱয়ব আছিল ভীমাকৃতিৰ, দেখিবলৈ বৰ ওখ দৈত্যসদৃশ অৰ্থাৎ সেই বিলাকৰ ৰূপ আছিল ভয়ংকৰ। মুখায়বৰ চাৰিওফালে চকু আছিল। তেওঁলোক যিফালে গৈছিল চক্ৰবোৰো সেইফালেই গতি কৰিছিল, এনেকি এই ভূতসদৃশ প্ৰাণীবোৰৰ যেতিয়া আৱিৰ্ভাৱ হৈছিল লগে লগে যেন চক্ৰবিলাকৰো আৱিৰ্ভাৱ হৈছিল। । বৰ্ণনাটো নিঃসন্দেহে ভাল। ইজিকিয়লে আকৌ কৈছে— তেওঁলোক অহা যানখনৰ চকাবিলাকৰ মাজত আৰু এটা চকা আছিল। হয়তো এটা ভ্ৰম। মোৰ স্মৃতিশক্তিয়ে ঢুকি পোৱা জ্ঞানৰ পৰা এই কথা ক'ব পাৰোঁ যে মাৰ্কিনসকলে মৰুভূমি আৰু পানীত ব্যৱহাৰ কৰিব পৰা যানসদৃশ কোনো যান হয়তো তেওঁ দেখিছিল। আমি দেখি থকা হেলিকপ্টাৰখন যেতিয়া মাটিৰ পৰা আকাশমাৰ্গলৈ উৰে তেতিয়া চকাবোৰ মাটিত লাগি নাথাকে।

ইজিকিয়েলৰ বৰ্ণনাবোৰক আৰু অলপ গভীৰভাৱে চোৱা যাওক বাৰু। তেওঁ কৈছিল— "হে মানৱ সন্তান, তুমি নিজৰ ভৰিত ভৰ দি থিয় হোৱা। মই তোমাৰ লগত কিছু কথা পাতিব বিচাৰোঁ (ইজেকিয়ল— ২-১)। ইজেকিয়েলৰ মুখত এই বাণী শুনা মাত্ৰকেই ভয়ত কম্পমান হৈ ভয়ত মুখ লুকুৱালে সই বিজাতীয় অপচ্ছায়াটোৰে। কিন্তু 'মানৱ সন্তান' বুলি কোৱা বাবে যেন কথা পাতিবলৈ আগ্ৰহী হ'ল। মই নাট্য মঞ্চৰ আঁৰ কাপোৰৰ ভিতৰত থাকি এই আলোচনাবোৰ শুনি থাকিলোঁ। শুনি থাকিলোঁ ইজেকিয়েলৰ সদাপ্ৰভুৰ প্ৰতাপৰ বাবে কোৱা ধন্যবাদসূচক মন্তব্য আৰু প্ৰাণীবোৰৰ চলি ফুৰা প্ৰচণ্ড শব্দ, ৰথৰ চকাৰ শব্দ আদি (ইজেকিয়ল— ৩, ১২-১৩)।

যানখনৰ নিখুঁত বৰ্ণনাৰ বিষয়ে ইজেকিয়লে এই অপূৰ্ব যানখন মাটিৰ পৰা ওপৰলৈ উঠাৰ সময়ত হোৱা শব্দৰ কথাৰ উপৰিও যানখনত থকা পাখি আৰু চকাবোৰে সৃষ্টি কৰা শব্দক বিশ্লেষণ কৰি এইবোৰক 'মহানিৰ্ঘোসৰ শব্দৰ ন্যায়' বুলি ব্যক্ত কৰিছে। এনেবোৰ কথাৰ পৰা এইটো নিশ্চয়কৈ অনুমান কৰিব পাৰি যে এইয়া নিশ্চয় কোনো প্ৰত্যক্ষদৰ্শীৰ বৰ্ণনা। দেৱতাসকলে তেওঁক কৈছে দেশৰ আইন-শৃংখলা আদি বিষয়ৰ ব্যৱস্থাৱলী তেওঁ নিজে কৰিব লাগিব। দেৱতাসকলে তেওঁলোকৰ সেই বিচিত্ৰ যানখনত বহুৱাই হোৱা কথোপকথনৰ মাজতে কৈছিল—"এই দেশখনক তেওঁলোকে যেন ত্যাগ কৰি যাব নিবিচাৰে। তেওঁলোকৰ লগত হোৱা কথা-বতৰা আৰু পাৰ কৰা সময়বোৰত হোৱা অভিজ্ঞতাই ইজেকিয়েলৰ মনত গভীৰ সাঁচ বহুৱাই ৰাখিছিল। সেই বৈশিষ্ট্যপূৰ্ণ যানখনৰ বৰ্ণনা তেওঁ একেবাৰতেই কৈ শেষ কৰিব পৰা নাছিল। আন তিনিটা অধ্যায়ত তেওঁ এনেদৰে বৰ্ণনা কৰিছে— যানখনৰ প্ৰত্যেকটো চকাই যেন আন এটা মধ্যভাগত অৱস্থিত হৈ ঘূৰিছিল আৰু উভতি যোৱাৰ সময়ত যানখন চতুৰ্দিশে ভাগ হৈ পুনৰ ঘূৰি অহা নাছিল। কিন্তু তেওঁক এটা কথাই মনত বাৰে বাৰে খুন্দিয়াইছিল। যানখনৰ যন্ত্ৰ চালকসকল মুখাৱয়বত যেন চাৰিওদিশতে চকু পৰিপূৰ্ণ আছিল। দেৱতাসকলে তেওঁলোকৰ আগমন সম্পৰ্কে ব্যক্ত কৰি কৈছিল যে ইজেকিয়েলে কিছুমান অবাধ্য সন্তানৰ মাজত বসবাস কৰিছে, যিবিলাকৰ জ্ঞান, বুদ্ধি আৰু বিবেক

নাই। তেওঁলোকৰ চকু আছে, কিন্তু সেই চকুৰে তেওঁলোকে দেখা নাপায়; কাণ আছে, কিন্তু শুনা নাপায়। ইয়াৰ পিছত দেৱতাসকলে আইন-শৃংখলা স্থাপন বিষয়ক নানান উপদেশ আৰু নিৰ্দেশ দিলে। লগতে কেনেদৰে সমাজত সুস্থ-সবল পৰিৱেশৰ সৃষ্টি কৰি বিকশিত ব্যৱস্থাৰে নিয়াৰি সভ্যতা স্থাপন কৰিব পাৰি তাৰো ইংগিত দিলে। ইজেকিয়েলে তেওঁলোকৰ উপদেশসমূহ শিৰোধাৰ্য কৰি ল'লে আৰু দেৱতাসকলৰ উপদেশসমূহ তেওঁ বন্ধুবৰ্গৰ মাজত প্ৰচাৰ কৰিলে।

ওপৰোক্ত কথাসমূহৰ পৰা মনত সৃষ্টি হৈছে পাহাৰৰ দৰে বহু প্ৰশ্ন। ইজেকিয়েলৰ বন্ধুবৰ্গ মানে কোন? তেওঁলোক বা আৰু কেনে প্ৰকৃতিৰ জীৱ? আমাৰ ধাৰণাই ঢুকি পোৱা মতে তেওঁলোক নিশ্চয় কোনো দেৱতা নহয়। তেওঁলোকক কোনো স্থানলৈ অহা-যোৱা কৰিবৰ বাবে জানো কোনো যান-বাহনৰ প্ৰয়োজন হয়? নিশ্চয় নহয়। বিশ্ব-ব্ৰহ্মাণ্ডব্যাপী সৰ্বশক্তিমান এই ঐশ্বৰিক শক্তিয়ে ভ্ৰমণকালত যন্ত্ৰযান ব্যৱহাৰ কৰা কথাষাৰ নিতান্তই কিবা আচহুৱা যেন লগা কথা। বাইবেলত উল্লেখ থকা এটা যান্ত্ৰিক উদ্ভাৱনৰ কথাও এই প্ৰসংগত উল্লেখ কৰিব পাৰি। মোজেসে কৈছে— দেৱতাসকলে দিয়া 'আৰ্ক' মিনাৰৰ খুটি-নাটি, ধ্যান-ধাৰণা আৰু সেইবোৰ নিৰ্মাণৰ হেতু যাৱতীয় নিৰ্দেশাৱলীৰ কথা। কোন ঠাইত কোনটো বস্তু লগোৱাটো বিজ্ঞানসন্মত হ'বআৰু কি প্ৰকৃতিৰ ধাতু ব্যৱহাৰ কৰিব লাগিব ইত্যাদি বহুবোৰ কথা। দেৱতাসকলে সেয়ে মোজেসক ভুল নকৰিবলৈ বাৰে বাৰে সকীয়াই দিছে এইবুলি— 'চোৱা এই পৰ্বতখনত তোমাৰ সন্মুখত যেনেদৰে উপস্থাপন কৰা হৈছে, যি যি সামগ্ৰী আৰু ধাতুৰে এইবোৰৰ সৃষ্টি হৈছে, সেই একেবোৰ পদাৰ্থ আৰু সামগ্ৰীৰ দ্বাৰাই তুমি হুবহু এইবোৰ কৰিবা আৰু একেৰূপতেই স্থাপন কৰিবা (যানযন্ত্ৰ ২৫, ৪০)। ভগৱানে মোজেসক ক'লে 'সিংহাসন'ৰ পৰাহে তেওঁ কথা পাতিব, কিন্তু কোনোৱে যেন 'আৰ্ক'ৰ কাষলৈ নাহে। অতীৱ প্ৰয়োজনত যদি 'আৰ্ক'ৰ কাষলৈ আহিবলগীয়াও হয় তেনেহ'লে কি পোছাক আৰু কেনে ধৰণৰ পাদুকা ব্যৱহাৰ কৰিব তাকো ক'লে। ইমানবোৰ কোৱাৰ পাছতো দুই-এটা ত্ৰুটি ৰৈ গ'ল। ডেভিদে 'আৰ্ক'টো নিৰ্মাণৰ পিছত গাড়ীত তুলিলে। সেই সময়ত জন্তুৰে চলোৱা গাড়ী। গাড়োৱানে দিয়া নিৰ্দেশ মতে জন্তুৱে গাড়ীখন টানি নিয়ে। পথচোৱাৰ খলা-বমাবোৰত গাড়ীৰ চকা পৰাত 'আৰ্ক'টো ভাঙি পৰাৰ ভয়ত হুৰমূৰকৈ তেওঁ আৰ্কটো ধৰা মাত্ৰকেই ইহলীলা সম্বৰণ কৰিলে একমাত্ৰ আৰ্কটোত সৃষ্টি হোৱা বিদ্যুত তড়িৎ প্ৰবাহৰ বাবে। মোজেসে যি নিৰ্দেশ দি থৈ গৈছিল সেই নিৰ্দেশানুযায়ী আৰ্কটোত পুনৰ নিৰ্মাণ কৰিলে আৰ্কটোত কেবাশ ভল্টৰ বিদ্যুৎ প্ৰবাহ উৎপন্ন হ'ব। কিয়নো তাত ব্যৱহৃত কনভেঞ্চাৰবোৰ নিৰ্মিত হৈছিল সোণৰ পাতত। ইয়াৰে এটাত আছিল বিদ্যুৎ প্ৰবাহ প্ৰত্যক্ষ ৰূপত আৰু আনটো আছিল আন কোনো সূত্ৰৰ পৰা প্ৰবাহিত হৈ অহা বিদ্যুৎ প্ৰবাহ অৰ্থাৎ পৰোক্ষ ৰূপত। সিংহাসনৰ ওপৰ ভাগত থকা পৰীৰ মূৰ্তি দুয়োটাই চুম্বকৰ কাম কৰিছিল, যাৰ বাবে মোজেসে আকাশযানৰ চালকৰ লগত সংযোগ কৰিব পৰাকৈ সাজি উলিওৱা লাউড স্পীকাৰটোৱে নিখুঁতভাৱে কাম কৰাৰ ক্ষেত্ৰত সক্ষম হৈছিল। 'আৰ্ক' নিৰ্মাণ বিষয়ক সকলো খুটি-নাটি বাইবেলত উল্লেখ আছে। যাত্ৰাপুস্তকখন মই ভালদৰে চোৱা নাই বা তাৰ একেবাৰে গভীৰলৈ যোৱা নাই, কিন্তু ওপৰে ওপৰে পঢ়োতে যি দুই-এটা কথা মোৰ মনত আছে তাৰ পৰা এটা কথা স্পষ্ট মনত আছে যে 'আৰ্ক'ৰ চাৰিও দিশৰ পৰা প্ৰবাহিত বিদ্যুৎ স্ফূলিংগবোৰ দেখিবলৈ পোৱা যায় আৰু যিকোনো কাৰণতে যদি কিবা সাহায্যৰ প্ৰয়োজন হয় বা আন বিষয়ৰ কিবা বাৰ্তালাপৰ প্ৰয়োজন হয় মোজেসে সহায় বাৰ্তাপ্ৰেৰক যন্ত্ৰটো ব্যৱহাৰ কৰে। মোজেসে ভগৱানৰ বাণী শুনিছিল, কিন্তু কোনো কালেও তেওঁক স্বচক্ষে দেখা নাই। এদিনাখন মোজেসে ভগৱানৰ দৰ্শন লাভৰ বাবে কাতৰ প্ৰাৰ্থনা জনোৱাত ভগৱানে কৈছিল— "তুমি মোৰ দৰ্শন পাবা, কিন্তু মুখ চাব নোৱাৰিবা। কিয়নো মনুষ্য জাতিৰ যিয়ে মোৰ মুখ দেখে তেওঁ এই সংসাৰত জীয়াই নাথাকে। ভগৱানে ক'লে— শুনা মোৰ পাৰ্শ্বৱৰ্তী অঞ্চলৰ সীমাত এটা ডাঙৰ শীলাখণ্ড আছে। তুমি তাত আৰোহণ কৰিবা। মই তোমাৰ কাষেৰে পাৰ হৈ যাওঁতে শিলৰ নিৰাপদ স্থান এটাত তোমাক থৈ যাম। সেই সময়ত তুমি মোৰ শৰীৰ তলভাগ অৰ্থাৎ কঁকালৰ তলৰ অংশ দেখা পাবা। শিলৰ নিৰাপদ স্থানত তোমাক অৱস্থান কৰোৱাৰ সময়ত মই যেতিয়া কঁকালৰ উপৰিভাগ বেঁকা কৰিম, তেতিয়া তুমি মোৰ ওপৰৰো কিছু অংশৰ দৰ্শন পাবা, কিন্তু মোৰ মুখখন দেখা নাপাবা।" (যাত্ৰাপুস্তক ৩৩, ২০-২৩) *(আগলৈ)*

# কবিতা

## বিজুলী

**আকাশ প্ৰিয়ম**

কালি ৰাতি
মোৰ চহৰত বিজুলিয়াইছিল আকাশখনে
মৌন হৃদয় মুখৰ কৰিছিল
দোপালপিতা বৰষুণে

মোৰেই তেজৰ নৈত নাও বাই বাই গৈ
কাৰ বুকুৰ চুবুৰিত নিদ্ৰামগ্ন হৈ আছিলোঁ
কোনে মোক ঢাকি ৰাখিছিল মোক গোলাপী ৰাগিৰে

এই কথা কোনেও নাজানে
জানে মাথোঁ
কালি ৰাতি মোৰ চহৰত বিজুলিয়াইছিল আকাশখনে।

## হেপাঁহ

**শিখামণি শৰ্মা**

মোৰ উশাহ আৰু চেতনাত
সেউজীয়া আশাৰ গুণ গুণ
বুকুত গজালি মেলিছে ভৱিষ্যতৰ মাঘী স্বপ্ন

শাওণ নামি আহিছে পথাৰলৈ
ৰোৱনীৰ আঙুলিৰ ফাঁকত জিৰজিৰ বৰষুণ
গেঁৰ ধৰা কঁঠীয়াৰ বুকুত
শইচ সোণালী হেপাঁহ

খেতিয়কৰ চকুত ফুলি উঠিছে
আঘোণৰ লখিমী ভৰাঁল
মাঘৰ উৰুকা
আৰু জীয়াই থকাৰ বাসনা

## তুমি....
(মোৰ অনুভৱত)

**ভৱেশ ভট্টাচাৰ্য্য**

সেউজ সেউজী সেউজীয়াৰে আবুৰ
তুমি
ৰৈৰৈ ৰৈৰৈ বৈবৈ সিক্ত
তুমি
উত্তাল যৌৱনৰ কেঁচা গোন্ধেৰে শিহঁৰিত
তুমি
লাজ লাজেৰে লাজুক
তুমি
ভৰুণ বুকুৰে আবেদনময়ী
তুমি
মৰম আৰু মৰমৰ চুমাৰে চিৰ প্ৰেমী
তুমি
অক্লান্ত শ্ৰম-নিষ্ঠা আৰু সাহসৰ খোজেৰে দুৰ্বাৰ
তুমি
প্ৰেমিক চৰাইটোৰ প্ৰতিটো ইচ্ছাৰ প্ৰতিটো সপোনৰ সহযাত্ৰী
তুমি
য'লৈকে যাওঁ তোমাক বিচাৰি তাতেই
তুমি....



# তোমাৰ জন্মদিনত

## ৰমেন কলিতা

তুমি প্ৰতিটো জন্মদিনত
পুতলাৰ স'তে কথা পাতা
পখিলাৰ স'তে কথা পাতা
জোনৰ স'তে তৰাৰ স'তে

আকাশলৈ মুখ তুলি
সাগৰৰ বিশালতাত ঢৌ খেলা

তোমাৰ প্ৰতিটো জন্মদিনত
কাণ পাতি আইতাৰ সাধু শুনা
চোতালত ঢাৰি পাৰি
পদ্যৰ গীত গোৱা

তোমাৰ প্ৰতিটো জন্মদিনত
আঘোণৰ কাঁচিয়লী ৰ'দ
শাওণৰ বৰষুণ
বসন্তৰ মলয়া বা

তোমাৰ জন্মদিনত
এজোপা গছ হোৱা
সময়ে জিৰণি ল'ব
তোমাৰ শীতল ছাঁত

পখীৰ কোলাহলত
নিতৌ সাৰ পাব ভাগৰুৱা ৰাতি
তোমাৰ 'ৰ'দালি এ ৰ'দ দে '
পদ্যৰ শব্দত
সূৰুযেও এৰিব পাটী

কি দিম তোমাৰ জন্মদিনত
মোৰ কবিতা লিখা কলমটোকে দিলোঁ
মোক দিবা এখন নিষ্পাপ হৃদয়
কবিতাৰ কমনীয়তাত সাৰ পাই থাকক
জন্মদিনৰ এশটা ৰাতি...




# তোমালৈ

## অনিন্দিতা কলিতা

পলাশৰ দৰে ফুলি উঠিছা তুমি
ৰ'দবোৰ আজি তোমাৰ ৰখিয়া
দূৰণিৰ পৰাই দেখিলোঁ
তোমাৰ চকুৰ জুইকুৰা

ক্ৰমে জাহ যাব ধৰিছে
এটি মন, এটি ফুল আৰু এটি তৰা

ধূলিৰ কাৰেঙ তোমাৰ বাবে
সৰাপাতৰ মালিতা তোমাৰ বাবে
বালিৰ চাদৰ মেৰিয়াই লোৱা
নৈখন তোমাৰ বাবে
চকুলো তোমাৰ বাবে
মোৰ বাবে প্ৰয়োজনীয় মাথোঁ
তোমাৰ সুখ আৰু এমুকুৰা হাঁহি
য'ত ওলমি থাকে নিভাঁজ মৰমখিনি।

কবিতা

# আদৰণি

**বৈভৰী বাগ্মিতা**

কিদৰে আদৰো তোক অ'
কুঁহিপতীয়া নতুন বৰ্ষ
সভ্যতাৰ আধুনিক মানসিকতাৰ মৰুভূমিত
থমকি ৰৈছোঁ প্ৰতিনিয়ত
অসমী আইৰ বৰঘৰলৈ
আদৰণি জনাওঁ কেনেকৈ

শঙ্খ, বৰকাঁহৰ মংগলময় ধ্বনিৰে
মুখৰিত নহয় আইৰ পদূলি
এতিয়া যে বোমা-বাৰুদ, হিংসা-প্ৰতিহিংসাৰ
বুকু কঁপা গৰ্জনী

তেজৰ ডোঙাত ওপঙি আছে আপোন সন্তান
তুলসীৰ তলৰ মৰাশত
বুকু ভাঙি কান্দিছে
অসমী আই

সন্ত্ৰাসৰ জুই ফুলৰ পোৰণিত
তেজৰ চেকুঁৰা বন্ধা কলিজাই
ৰাউচি জুৰি বিনাইছে
নাহিবি নাহিবি মানৱতাৰ শ্মশান ভূমিত
অ' নতুন বৰ্ষ

ৰাতিৰ মাতলামি সংস্কৃতিৰ বিজুলী চমকত
ক'ত বা জ্বলি ছাই হয় তোৰ
কেঁচা শৰীৰ অ' কুঁহিপতীয়া ন বছৰ

অ' নতুন বছৰ
তোক শঙ্খ, বৰকাঁহৰ উৰুলিৰে
আদৰি আনিবলৈ
আমাৰো বৰ মন যায় অ'

কিন্তু
তেজৰ নৈ
পোৰা মঙহৰ গোন্ধ
ছাই হোৱা ঘৰৰ মজিয়া
আৰু অনাথ সন্তানৰ আৰ্তনাদ
কিদৰে সম্ভাষণ জনাওঁ তোক

অ' কুঁহিপতীয়া নতুন বৰ্ষ
তই বাৰু হ'ব পাৰিবিনে
সংহাৰ নাশিনী, দুৰ্গতি বিনাশিনী
সংহতি-সম্প্ৰীতি প্ৰতিষ্ঠাকাৰিনী
দেৱী দশভূজা

তথাপি আদৰিছোঁ তোক
বৰঘৰৰ মজিয়ালৈ
অশান্ত পৃথিৱীত শান্তি পানী ছটিয়াই
সম্ভাৱনাৰ ঐশ্বৰ্য ঢালি
অ' নতুন বৰ্ষ হ'ব পাৰিবিনে
তই নিজে তোৰ
সম্ভাষণৰ প্ৰতীক।




*(যোৱা সংখ্যাৰ পিছৰ পৰা)*

**ব**গুণ বা খাৰা জনগোষ্ঠী ঃ অৰুণাচল প্রদেশৰ পশ্চিম কামেং জিলাৰ থ্রিজিনো' (Thrizino) মহকুমাত বাস কৰা প্রধান জনগোষ্ঠীসমূহৰ ভিতৰত 'বগুণ' বা 'খাৰা' সকলো উল্লেখযোগ্য। বহির্জগতে 'বগুণ'সকলক 'খাৰা' বুলিহে চিনি পায় যদিও তেওঁলোকে নিজকে 'বগুণ' বুলি পৰিচয় দিহে ভাল পায়। 'বগুণ'সকলৰ প্রধান বসতি অঞ্চল টেঙাভোলী আৰু বিচম। জামিৰি, থ্রিজিনো আৰু নাফ্রা প্রশাসনিক চক্রৰ অঞ্চল বিশেষত এই খাৰাসকলৰ গাঁওসমূহ পোৱা যায়। তেওঁলোক সনাতন ধর্মালম্বী প্রাকৃতিক পূজাৰী, তাৰে মাজত বহুতে কাষৰীয়া মন্‌পা আৰু ছেৰদুকপেনসকলৰ সংস্পর্শলৈ আহি বৌদ্ধ ধর্মও গ্রহণ কৰা দেখা যায়। বছৰটোত বহুতো পূজা-পার্বণ কৰে যদিও তেওঁলোকৰ প্রধান উৎসৱ-পর্ব দুটা হ'ল— ১। খ্যাট-চৰাই আৰু ২। ডিয়িংখ'।

বগুণসকলৰ আদিম ইতিহাস জনা নাযায়। তেওঁলোকৰ আদিপুৰুষ বা আদিভূমিৰ বিষয়েও বিশেষ ক'ব পৰা নাযায়। তেওঁলোকৰ বর্তমান বসতিস্থানলৈ

ক'ৰ পৰা প্ৰব্ৰজন হৈছিল সেই বিষয়ে বিশেষ একো তথ্য পোৱা নাযায়। তেওঁলোকৰ উৎপত্তি আৰু প্ৰব্ৰজনৰ বিষয়ে যদিও ঐতিহাসিক তথ্য পোৱা নাযায় তথাপিও বগুণসকলৰ বিশ্বাস যে জাম্‌খাম (Zamkham) নামৰ ঠাইৰ পৰা তেওঁলোকৰ বৰ্তমানৰ ভূখণ্ডলৈ প্ৰব্ৰজন ঘটিছিল। অৱশ্যে এয়া বগুণসকলৰ বয়োজেষ্ঠ্যসকলৰ মুখে মুখে প্ৰচলিত সাধুকথা মতেহে, ইয়াৰ কোনো ইতিহাস প্ৰমাণিত তথ্য পাবলৈ নাই। বগুণসকলৰ লোকবিশ্বাস মতে সমস্ত জীৱ-জগতৰ উত্তৰ-পুৰুষ আছিল 'আফুৱা ফুমফুলৱা' (Aphua Phumphulwa) আৰু আদিমাতৃ আছিল 'আমুৱা নিনি' (Amua Nini)।

বৃটিছ চাহাব C.R. Stonor মতে পূব কামেং জিলাত বাস কৰা চুলুং (Solung) সকল আৰু বগুণসকল পূৰ্বতে একেটা জনগোষ্ঠীৰে লোক আছিল; সময়ৰ সোঁতত পৰি আজি 'চুলুং' আৰু 'বগুণ' নামৰ দুটি জনগোষ্ঠীত পৰিণত হ'ল। চুলুংসকলে বৰ্তমান নিজকে পুৰ'ইক (Puroik) বুলিহে পৰিচয় দিয়ে। বগুণসকলৰ প্ৰব্ৰজন পূব কামেং জিলাৰ উত্তৰ-পূব অঞ্চলৰ পৰা বৰ্তমানৰ বসতি স্থানলৈ হৈছিল বুলি তেওঁলোকে বিশ্বাস কৰে। আদিতে তেওঁলোক 'মফি' (Moffi) নামৰ ঠাইখনত বাস কৰিছিল। 'মফি' নামৰ ঠাইখন স্বৰ্গৰাজ্যত অৱস্থিত। সেই 'মফি'ৰ পৰাই তেওঁলোকে মৰ্ত্যলৈ নামি আহি প্ৰথমেই 'জামখাম' (Zamkham) নামৰ ঠাইখনতেই বসতিস্থান গঢ়ি তোলে। এই 'জামখাম' নামৰ ঠাইখন বৰ্তমানৰ চিয়াংতাজু (Chayangtajo) নামৰ ঠাইখনৰ উত্তৰত অৱস্থিত। এই 'জামখাম'ৰ পৰাই বৰ্তমান বিভিন্ন ঠাইলৈ তেওঁলোক বিয়পি পৰে।

চুলুংসকলৰ সাধুকথা মতে তেওঁলোক স্বৰ্গত বাস কৰা। তেওঁলোকৰ পূৰ্বপুৰুষ 'খ্ৰংখীছ' (Khorngkhiys)ৰ বংশধৰ; তাৰ পৰা তেওঁলোকে পোনে পোনে মৰ্ত্যলৈ নামি আহি প্ৰচুৰ পৰিমাণ 'তাচি' (Tasi) গছ (বৈজ্ঞানিক নাম (Bey muwang) ৰেমুৱাংগ) থকা ঠাইত বাস কৰিবলৈ লয়। আৰু তাৰ পৰা বিভিন্ন স্থানলৈ বিয়পি পৰে। অন্যহাতেদি বাংনী (Bangni) সকলৰ মতে চুলুংসকল তেওঁলোকৰ সতি-সন্তান। এই সম্পৰ্কে এটি মনোমোহা কাহিনী আছে। কাহিনীটোৰ মতে— এদিনাখন এজন বাংনী মানুহ চিকাৰ কৰিবলৈ গৈ ঘৰলৈ ঘূৰি অহা বাট হেৰাই গভীৰ অৰণ্যৰ মাজত সোমাই পৰে। গভীৰ অৰণ্যৰ মাজত তেওঁ এগৰাকী দীপলিপ সুন্দৰীক লগ পালে, বাংনীজনে সেই যুৱতী গৰাকীৰ ৰূপত মুগ্ধ হৈ ঘৰৰ কথা পাহৰি তাইকে সংগী হিচাপে লৈ তাতে নতুন গৃহস্থী আৰম্ভ কৰিলে আৰু তাৰ ফলত যি সন্তানৰ জন্ম হ'ল সেই সন্তানৰ বংশধৰসকলেই পিছৰ পৰ্যায়ত চুলুং বুলি পৰিচিত হয়।

অঁকাসকলৰ জনশ্ৰুতি মতে বগুণসকল স্বৰ্গৰ পৰা মৰ্ত্যলৈ বাঁহৰ জখলাৰে নামি আহিছিল। অন্যহাতেদি অঁকাসকলে সোণৰ জখলাৰে নামি আহিছিল। সেয়ে বগুণসকল অঁকাসকলৰ অধীন। পিছৰ পৰ্যায়ত দাঁতি কাষৰীয়া ছেৰদুকপেনসকলেও বগুণসকলক তেওঁলোকৰ অধীন কৰে। বগুণসকলে অঁকা আৰু ছেৰদুকপেনসকলৰ ঘৰত কাম কৰি দিবলগীয়া হৈছিল। অৱশ্যে তাৰ বিনিময়ত তেওঁলোকক বয়বস্তু, খোৱাবস্তু আদি দিয়ে। কিন্তু সভ্যতাৰ অগ্ৰগতিয়ে শাসনতন্ত্ৰত গণতন্ত্ৰৰ প্ৰতিষ্ঠা কৰাৰ লগে লগে পূৰ্বৰ দিন শেষ হ'ল; বৰ্তমান যুগত অঁকা আৰু ছেৰদুকপেনসকলৰ প্ৰভাৱ বগুণসকলৰ ওপৰত নোহোৱা হ'ল।

**পৃথিৱীৰ সৃষ্টি সম্পৰ্কে বগুণসকলৰ ধাৰণা ঃ**

পৃথিৱীখন আৰু ইয়াত বাস কৰা সমূহ জীৱ-জগত, উদ্ভিদ আৰু জড় বস্তুসমূহৰ সৃষ্টি সম্পৰ্কে বিশ্বৰ বিভিন্ন জনগোষ্ঠীসমূহৰ মাজত অনেক ৰোমাঞ্চকৰ কাহিনী, ৰূপকথাৰ প্ৰচলন হোৱা পৰিলক্ষিত হয়। সেইদৰে বগুণসকলৰ মাজতো বহুতো মনোমোহা ৰূপকথাৰ প্ৰচলন দেখিবলৈ পোৱা যায়। তেনেবোৰ ৰূপকথাৰ এটা উল্লেখ কৰা হ'ল।

সৃষ্টিৰ আদিতে 'আপু ফুলৱা' নামৰ এজন ব্যক্তিয়ে তেওঁৰ যুৱতী পৰিবাৰ 'মুই নিনি'ৰ লগত বাস কৰিছিল। বয়সত 'আপু ফুলৱা' 'মুই নিনি'তকৈ বহু বছৰে ডাঙৰ, ফলত 'মুই নিনি' তেওঁৰ লগত সুখী নাছিল। প্ৰতিদিনে তাই জুৰিলৈ পানী আনিবলৈ যায় আৰু জুৰিৰ পাৰত পানী ভৰোৱা বাঁহৰ চুঙাটো থৈ ইনাই-বিনাই কান্দে। উচুপি উচুপি তাই গায়—

"মোৰ স্বামী
অতিকে বৃদ্ধ,
মই এতিয়াও
যৌৱন-সমৃদ্ধ
স্বামীৰ মৃত্যুত
মই কৰিম কি
ৰাখিব কোনে মোক

আদৰি-সাদৰি?

জুৰিটোত এটা দেৱতাই বাস কৰিছিল। দেৱতাজনে নিতৌ মুই নিনিয়ে উচুপি উচুপি গাই থকা গীতটো শুনিছিল। দেৱতাজনৰ মুই নিনিৰ দুখ দেখি বৰ বেজাৰ লাগিল। তেওঁ মুই নিনি কেনেকৈ সুখী হয় ভাবিবলৈ ধৰিলে। ভাবি ভাবি এটা উপায় পালে। তেওঁ ভাবিলে যিহেতু মুই নিনিৰ স্বামী বৃদ্ধ সেইকাৰণে মুই নিনিয়ে সদায়ে শোক কাৰি থাকে, কিন্তু দেৱতাজন অতি ধুনীয়া চফল ডেকা। গতিকে সি যদি মুই নিনিক বিয়া কৰায় তেন্তে নিশ্চয় মুই নিনিয়ে শোক এৰি সুখত থাকিব।

এদিনাখনৰ কথা, মুই নিনিয়ে গা ধুবৰ নিমিত্তে সমস্ত বস্ত্ৰ খুলি নাঙঠ হৈ পানীত প্ৰৱেশ কৰিলে, সেই ছেগতে জুৰিটোত থকা জলদেৱতাই তাইক হৰণ কৰি নিজৰ ঘৰ পোৱালেগৈ আৰু তাইক বিয়া কৰিলে। মুই নিনিয়ে সুঠাম ডেকা দেৱতা স্বামী পাই পূৰ্বৰ স্বামীৰ কথা পাহৰি পেলালে আৰু অতি সুখেৰে জলদেৱতাৰ লগত সংসাৰ কৰিবলৈ ধৰিলে।

বহুপৰ অপেক্ষাৰ পৰত ঘৈণীয়েক নহা দেখি আপু ফুলৰা বৰ উদ্বিগ্ন আৰু চিন্তিত হ'ল। চিন্তাকুল মনেৰে সি মুই নিনিক বিচাৰি ওলাল। জুৰিৰ পাৰলৈ গৈ সি মুই নিনিৰ কাপোৰ-কানি আৰু পানী ভৰোৱা বাঁহৰ চুঙাটো পৰি থকা দেখা পালে। ঘৈণীয়েকে ক'ৰবাত মাছ ধৰিবলৈ যোৱা বুলি ভাবি সি মুই নিনিক চিঞৰি চিঞৰি মাতিবলৈ ধৰিলে, কিন্তু কোনো উত্তৰ নাপালে। ঘৈণীয়েকৰ মাত নাপাই আপু ফুলৰা উন্মত্ত হৈ উঠিল আৰু আগতকৈও ব্যগ্ৰ হৈ মুই নিনিক বিচাৰিবলৈ ধৰিলে। সি বলিয়াৰ দৰে হ'ল।

ঘৈণীয়েকক বহুদিনলৈ বিচাৰি থাকিল। অৱশেষত বহু দিনৰ মূৰত সি গৈ লাচা (Lhasa) পালেগৈ। লাচা তিবৃতৰ ৰাজধানী, বৰ ঠাণ্ডা ঠাই, প্ৰায়ে বৰফ পৰে। লাচাৰ পৰা উভতি আহোঁতে বাটত সি এজনী কুৰূপা ছোৱালী লগ পালে। ছোৱালীজনীৰ নাম 'নিকাউমা-মাদংমা'। ছোৱালীজনীৰ এটা চকু, এখন কাণ, এখন হাত, এখন ভৰি, নাক আৰু থুতৰি নাছিল। আপু ফুলৰাই তাইক দেখি ভাবিলে— মোৰ বয়স হৈছে, বৰ্তমান মই বৃদ্ধ হ'লোঁ, মইনো আৰু ক'ত এজনী ৰূপৱতী গাভৰুক ঘৈণী হিচাপে পাম, গতিকে এইকে বিয়া কৰাই ভাল। মোৰ প্ৰস্তাৱত তায়ো সন্মত হ'ব কাৰণ তাইৰ দেহাৱয়বলৈ চাই তায়ো যে এজন সুঠাম ডেকা স্বামী পাব তাৰো আশা নাই। দুয়ো স্বামী-স্ত্ৰী হিচাপে থাকিবলৈ সন্মত হ'ল।

কিছুদিনৰ মূৰত 'নিকাউমা-মাদংমা'য়ে গৰ্ভধাৰণ কৰিলে আৰু সময়ত এটি পুত্ৰ সন্তানৰ জন্ম দিলে। কিন্তু কি আচৰিত; সেইটো জীৱিত সন্তান নহয়, এটি শিলাখণ্ডহে। ফলত মাক-বাপেকে তাৰ লগত কোনো ধৰণৰ মত বিনিময় কৰিব বা কথা-বতৰা পাতিব পৰা নাছিল। মাক-বাপেকে কিবা ক'লেও সি একো উত্তৰ দিব পৰা নাছিল। বহু চেষ্টাৰ ফলতো যেতিয়া ল'ৰাটোৱে কোনোপধ্যে মাতিবলৈ অমান্তি হ'ল, বাপেক-মাকৰ বৰ খং উঠিল আৰু তাক শাস্তি বিহিবলৈ ঠিৰাং কৰিলে। শাস্তি স্বৰূপে সিহঁতে তাৰ ওপৰত পাঁচ বোজা খৰি জাপি দিলে। তাতে একো প্ৰতিক্ৰিয়া নোহোৱাত সিহঁতে তাৰ ওপৰত পাঁচ বোজা পানী ভৰোৱা বাঁহৰ চুঙা জাপি দিলে। তাতো সুফল নোপোৱাত সিহঁতে তাৰ ওপৰত পাঁচ বোজা বেত জাপি দিলে। ইমানতো কোনো প্ৰতিক্ৰিয়া নেদেখি তাৰ ওপৰত পাঁচ বোজা বাঁহ জাপি দিলে। তথাপি সি একো প্ৰতিক্ৰিয়া নিদিয়াত তাৰ ওপৰত এইবাৰ পাঁচ বোজা ঘাঁহ জাপি দিলে।

ইমানবোৰ প্ৰচেষ্টাই যেতিয়া কোনো কাম নিদিলে, তাৰ মাত উলিওৱাত ব্যৰ্থ হোৱাত আপু ফুলৰাৰ বৰ খং উঠিল আৰু খঙৰ খমকত তাক ডাঠ হাবিৰ মাজলৈ দলিয়াই দিলে। সি ক'লে— 'দেউতা আৰু মা মোক তোমালোকে হাবিৰ মাজলৈ দলিয়াই দি উত্তম কামেই কৰিলা। এতিয়া মোৰ শৰীৰৰ পৰা নৈৰ উৎপত্তি হ'ব আৰু ধৰাৰ বুকুত নৈবোৰ বৈ যাব, পৃথিৱীখন জীপাল কৰি তুলিব। অন্যহাতেদি মোৰ গাত, গছ-গছনি, ঘাঁহ-বন গজিব। মই শিল হৈ পৰি থকা ঠাইতে তোমালোকৰ অন্যান্য সতি-সন্ততিসকলে মোৰ আশ্ৰয়তে গৃহ নিৰ্মাণ কৰিব। মই নৈ হৈ বৈ যোৱা স্থানত মোৰ পানীত বহুতো মাছ-কাছই বাস কৰিব। তোমালোকৰ অন্যান্য বংশধৰসকলে মাছ মাৰিবলৈ গ'লে মই তোমালোকক মাছ ধৰাত সহায় কৰিম। মানুহে যেতিয়া মাছ ধৰিবলৈ খৰস্ৰোতা পৰ্বতীয়া নৈবোৰত নামে তেওঁলোকে শিলেৰে বেৰ তৈয়াৰ কৰি নৈৰ পানীৰ সোঁত বন্ধ কৰি দ গাঁতৰ সৃষ্টি কৰে আৰু সেই গাঁতবোৰত মাছবোৰে জিৰণি ল'বলৈ সোমায়, নিৰাপদ ঠাই যেন ভাবি মাছবোৰ তাতে থাকে, আৰু মানুহে তাতে মাছ ধৰে। এইদৰেই পাহাৰৰ নৈত মানুহে শিলৰ সহায়ত মাছ ধৰে।''

*(আগলৈ)*



# আশ্বাস

ৰমিছা বেগম

শুকান মৰুভূমিৰ মাজৰ মিছা মৰুদ্যানৰ ঘৰ সাজিবলৈ বৃথা চেষ্টা নচলাই তাই কেঁচুৱাটোক সাৱটি মাকৰ ঘৰলৈ ওলাল। দুৱাৰমুখতে বাপেকে ৰাগান্বিত হৈ ক'লে— এইখন ঘৰৰ দুৱাৰ তোৰ বাবে বন্ধ। যেনেকৈ আহিছ তেনেকৈয়ে উভতি যা।

"বাবা ! সেইখন ঘৰ মই যে এৰি আহিছোঁ। সিখন ঘৰত মোৰ...।

উৰ্মিৰ কথা শেষ নৌহওঁতেই বাপকে গৰ্জি উঠিল। "এৰি আহিছ বুলি ক'লেই হ'বনে? কিবা এটা হ'লেই তই ঘৰ এৰি ইয়ালৈ আহি থাকিম বুলি ভাবিলে নহ'ব নহয়। ৰাকেশৰ পৰা সব মই শুনিছোঁ।"

"কিয় মই তাৰ লগত সম্পৰ্ক ৰাখিম? তুমি শুনিও মোক উভতি যাবলৈ কৈছা?"

"সম্পৰ্ক ছেদ কৰিবলৈ তই কোন? বিয়াতো কোনো খেল নহয়। স্বামী-স্ত্ৰীৰ মাজত খকা-খুন্দা লাগেই। সেইবুলি...।"

"এয়া কোনো খকা-খুন্দা নহয়, বাবা! সি মোৰ লগত কি কৰিছে হয়তো তুমি নাজানা। সিওঁ সঁচা কোৱা নাই। সেয়েহে তুমি...।"

"সময় বৰবাদ কৰি লাভ নাই। মই সব জানো।"

বাপেকৰ কথা শুনি উৰ্মিয়ে উচুপি উঠিল। তাইৰ মাকে হাতযোৰ কৰি ক'লে— "মাজনীক ঘৰততো সোমাব দিয়ক। কি হৈছে! তাই কি ক'ব বিচাৰিছে! শুনাত আপত্তি কিয়?" "তই চুপ থাক। ছোৱালীৰ সংসাৰ ভাঙিব খুজিছ? এইজনীয়ে এইখন ঘৰত সোমাব নোৱাৰে। এয়াই মোৰ শেষ সিদ্ধান্ত।"

উৰ্মিয়ে উচুপি উচুপি বাপেকক সুধিলে— "বাবা! মই এইজনী হ'লোঁ কেতিয়াৰ পৰা? কিয় মোৰ কথা শুনিব নোখোজা?" মাকে তাইক সাৱটি ধৰি ক'লে— "নাকান্দিবি মোৰ সোণজনী। আজি তোৰ বাপেৰে এজন কাপুৰুষৰ দৰে কথা কৈছে। এনে পাষাণ হৃদয়ৰ মানুহ এই মুলুকত নাই যেন পাওঁ।

"তই চুপ থাক। ছোৱালী মোৰ। তাইৰ ভাল-বেয়া মই বুজি পাওঁ। মাজতে কিয় ফক্ফকাই আছ!"

"মই তাইৰ কোনোৰে নহওঁ? মই তাইৰ ভাল নিচিন্তো? কথা ক'বলৈ আহিছে।"

বুজিবলৈ চেষ্টা নকৰ কিয়? কিবা এটা হৈছে বুলিয়ে তাই সেইখন ঘৰ এৰি আহিবনে? সেইখন ঘৰ তাইৰো। তাই ৰাকেশৰ অৰ্দ্ধাংগিণী। মোৰ শেষ সিদ্ধান্তৰ ওপৰত তই নামাতিবি। আজি তোৰ কোনো কথাই নৰজে।" গিৰীয়েকৰ কথাত তাইৰ বুকুখন চিৰিংকৈ উঠিল। সেমেকা মাতেৰে সুধিলে— "সেইখন ঘৰ যদি তাইৰো এইখন ঘৰ জানো মোৰ নহয়? আপোনাৰ সিদ্ধান্তই শেষ সিদ্ধান্ত। আৰু মোৰ...?"

মাক-বাপেকৰ বাক-বিতণ্ডা দেখি উৰ্মিয়ে বৈ অহা চকুলো আঁচলৰে মচি ক'লে— "তুমিও দেখোন ৰাকেশৰ মুখৰ ভাষাৰেই আমাৰ লগত কথা পাতিছা। বিয়া দিছা বুলি বিপদৰ সময়ত এইখন ঘৰৰ দুৱাৰ মোৰ বাবে বন্ধনে? যদি তেনেকৈয়ে ভাবিছা মই যাম। পিছে সেইখন ঘৰলৈ কেতিয়াও উভতি নাযাওঁ।" কৈ কৈ উভতিব খোজতেই মাকে উদ্বিগ্ন হৈ কৈ উঠিল— "তেন্তে যাবি ক'লৈ?" "তোমাৰ জনাৰ দৰকাৰ নাই। এই বিশাল পৃথিৱীত ক'ৰবাত নহয় ক'ৰবাত ঠাই হ'বই।" "যদি নহয়?" "মুকলি আকাশৰ তলতেই থাকিম। ইয়ালৈ দুনাই নাহোঁ।"

এইবুলি উৰ্মিয়ে চকুপানী মচি মচি কণমানি ল'ৰাটোক লৈ উভতিবলৈ লাগিল। উৰ্মিৰ মাকে হঠাতে বিকট চিঞৰ মাৰি দিলে— 'উৰ্মি'। উৰ্মি ৰৈ গ'ল। মাকে ক'বলৈ ধৰিলে আৰু এখোজো পিছুৱাই নাযাবি। ইমান সময় বাপেৰৰ দম্ভালি মৰা কথাবোৰ শুনিহে আছিলোঁ। আৰু নহয়। তোৰ মাৰ এতিয়াও জীয়াই আছে। মানুহজন ইমান নিষ্ঠুৰ হ'ব বুলি মই সপোনতো ভবা নাছিলোঁ। আহ উৰ্মি আহ। চাওঁ তোক এইখন ঘৰত কোনে সোমাব নিদিয়ে। এই বুলি মাকে আগুৱাই গৈ উৰ্মিক সাৱটি ধৰি ওভোতাই লৈ আহিল।

এদিন, এমাহৰ, এবছৰ নহয়, সাগৰখন সাঁতুৰি পাৰ হোৱাৰ ভাগৰে তাইক জুমুৰি ধৰিছে। ড্ৰইং ৰূমত বহি মাকক সাৱটি তাই ভালেমান সময় কান্দিলে। মাকে তাইৰ মূৰত হাত বুলাই বুলাই সুধিলে— "কি হৈছে মাজনী! খুলি নকৰ কিয়? মোৰ কলিজাটো ফাঁটো ফাঁটো হৈছে। কান্দিলেই জানো তোৰ সমস্যাৰ সমাধান হ'ব?"

বাপেকে নিষ্ঠুৰ পুৰুষৰ দৰে দপ্দপাই উঠিল— " মৰম কৰি কৰি তাইক মূৰত তুলি লৈছ। দেখিছোঁ এতিয়া জীয়েৰৰ সংসাৰ ভাঙিহে এৰিবি।" উৰ্মিৰ মাকে ৰণচণ্ডী মূৰ্তি ধৰি ক'লে— "পুৰুষৰ ভাষা এৰি বাপেকৰ ভাষাৰে তাইৰ লগত কথা পাতক। তাইৰ জন্মৰ পিছতেই আপুনিয়েই দেখোন গোটেই গাঁওখনত মিঠাই বিতৰণ কৰিছিল। ঘৰখনত লখিমীৰ আগমন হৈছে বুলি গৌৰৱ কৰিছিল। ন্যায়-অন্যায়ৰ কথা শুনাইছিল। সিংহই ভোকত নাখায় মৰিব তথাপিও ঘাঁহ নাখায়। হাতী মৰিলেও সি ঘোঁৰাতকৈও ওখ। আত্মসন্মান, আত্মমৰ্যাদা সদায় বজাই ৰাখিবি। আমাৰ নিজস্ব সংস্কাৰ ক'তো বিসৰ্জন নিদিবি। এয়া জানো আপুনিয়ে তাইক কোৱা নাছিল? আজি কি হ'ল? কিয় আপুনি তাইৰ মনৰ কথা মনোযোগেৰে শুনিব নোখোজে?"

মাকৰ কথা শুনি বাপেকৰ গৰম আৰু উতলি আহিল— "চুপ থাক তই। বাৰেভচহু কথা কৈ-শুনি লাভ নাই। ছোৱালী হৈছে পৰৰ ধন। যিদিনা এইখন ঘৰৰ পৰা তাইক উলিয়াই দিছোঁ সেইদিনাই তাই আমাৰ পৰ হৈ গৈছে।"

"পানীক কেতিয়াও কুঠাৰেৰে দুভাগ কৰিব নোৱাৰি। ঠিক তেনেকৈ সম্পৰ্ক কেতিয়াও ছেদ নহয়। মনৰ ক্ষোভ

উজাৰিবলৈ, বিপদৰ সময়ত মাকৰ ঘৰলৈ নাহি তাই ক'লৈ যাব? তাইক উলিয়াই দিয়াৰ সময়ত আপুনিয়ে দেখোন তাইক কৈছিল— তহঁতৰ সুখে আমাৰ সুখ। সুখৰ সময়ত আমাক মনত নকৰিলেও দুখৰ সময়ত আমাক মনত কৰিবি। আজি সেই মৰম ক'লৈ গ'ল?"

উৰ্মিয়ে উচুপি উচুপি ক'লে— "মা! সেই স্মৃতিবোৰ মোৰো ফিচিকা নাই। ফিচিকিব নোৱাৰে কেতিয়াও। স্নেহবোৰ চিৰসজীৱ। শাশ্বত। জানা মা আজি মই বৰ অকলশৰীয়া হৈ পৰিছোঁ। ৰাকেশে মোৰ লগত প্ৰতাৰণা কৰিছে। ইমান দিনেই তাৰ সব অত্যাচাৰে মই সহ্য কৰিছিলোঁ। হকে-বিহকে মোৰ ওপৰত তেওঁ কিমান বাৰ হাত তুলিছিল। কিমান যে মানসিক নিৰ্যাতন নকৰিছিল। তথাপিও তোমালোকক মই ভালকৈ জানিবলৈ দিয়া নাছিলোঁ। কোনো দিন কোনো কৈফিয়ৎ বিচৰা নাছিলোঁ। স্বামী-স্ত্ৰীৰ সম্পৰ্কটো বজাই ৰাখিবলৈ মোৰ ফালৰ পৰা চেষ্টাৰ কোনো ত্ৰুটি নকৰিছিলোঁ। ভাবিছিলোঁ যিমানেই মোক সি অত্যাচাৰ নকৰক কিয়, সি মোকেই বিচাৰে। তাৰ চৰিত্ৰ ভাল। পিছে মোৰ ভবাটো একেবাৰে ভ্ৰম। মই তাৰ মনত খেলৰ পুতলাৰ দৰে। খেলি খেলি তাৰ আমনি লাগিল। এতিয়া নতুন পুতলা বিচৰা হৈছে।"

এইবাৰ তাইৰ বাপেকে উচ্চস্বৰে সুধিলে— "কি ক'ব বিচাৰিছ? মোৰ শ্বাস-প্ৰশ্বাস ৰুদ্ধ হ'ব ধৰিছে।" "শুনিলে জানো সহ্য কৰিব পাৰিবা? আনৰ প্ৰতি আসক্ত তেওঁ।" তাইৰ কথা শেষ নৌহওঁতেই বাপেকে উগ্ৰমূৰ্তি ধাৰণ কৰি ক'লে— "উৰ্মি, মিছা মাতিবলৈ আৰু জাগা নাপালি। ভালে ভালে কৈছোঁ তই উভতি যা।" "বাবা মই কোনো দেৱী বা বিগ্ৰহ নহওঁ। মোৰ গাত সিমানখিনি শক্তি নাই যে মই তাৰ কুকৰ্ম নিজ চকুৰে দেখাৰ পিছতো তাৰ লগতে সংসাৰ কৰিম। নীৰৱ হৈ থাকিম।"

এইবাৰ দেউতাকৰ মাত কিছু কোমল। তেওঁ বুজনিৰ সুৰত ক'বলৈ ধৰিলে— "মানিছোঁ যেনিবা সি বেয়াই। সেইবুলি তাৰ পৰিৱৰ্তন নহ'বনে? তোৰ সন্তানৰ মুখৰ ফালে নাচাৰ কিয়? তাৰ ভৰণ-পোষণৰ দায়িত্ব কোনে ল'ব? হাৰাত মানুহৰ পেট নভৰে। বাপেৰৰ হোটেলত কিমান দিন খাবি?"

উৰ্মিৰ মাক আচৰিত হ'ল। গিৰীয়েকে এইবোৰ কি ক'বলৈ ধৰিছে। থোকাথুকি মাতেৰে ক'বলৈ ধৰিলে— "আপোনাৰ হৈছে কি? এনে হৃদয় বিদাৰি যোৱা কথা ক'বলৈ আপোনাৰ অন্তৰখন নকঁপে নে?" "বেছি আৱেগিক হৈ কাম কৰিলে নহ'ব নহয়। ইয়াত তাইৰ সন্তানৰো ভৱিষ্যত জড়িত হৈ আছে। ধনেই ধৰ্মৰ মূল। ধন নহ'লে যায় জাতি কুল। এয়া জাননে নাই?"

"হয়। জানো। পিছে কি মাটিৰে গঢ়া আপুনি সেয়াহে নাজানিলোঁ। নিজৰ ছোৱালীজনীক শতৰুৰ দৰে ব্যৱহাৰ কৰিছে। নিজৰ ছোৱালীজনীৰ দুৰ্যোগৰ সময়ত তাইক সঁহাৰি দিয়াতো দূৰৈৰ কথা, আপুনি পাষাণৰ দৰে কাম কৰিছে। ক'ত পাব তাই নিৰাপত্তা? বাপেক হৈ আপুনি চিন্তা কৰিবহে লাগিছিল। অথচ বাটৰ কুকুৰৰ দৰে তাইক খেদি পঠিয়াব খুজিছে। ছিঃ ইমান নিষ্ঠুৰ আপুনি।" এইবাৰ মাকে উৰ্মিৰ ফালে চাই ক'বলৈ ধৰিলে— "শুন উৰ্মি, নিৰাপদ আশ্ৰয়ৰ বাবে বহু নাৰীয়ে সংগ্ৰাম কৰিছে। সমাজৰ পৰা নাৰীয়ে পদে পদে বঞ্চনা পায়, কিন্তু কিমান দিনলৈ এনেদৰে বঞ্চিতা হ'ব লাগিব? মই ভাবোঁ যেতিয়ালৈকে বঞ্চিতা নাৰীবোৰে নিজে প্ৰতিবাদ নকৰে, মূৰ দাঙি, কঁকাল পোন কৰি থিয় হ'ব নোখোজে তেতিয়ালৈকে তোৰ দৰে হাজাৰজনী উৰ্মি প্ৰতাৰিত হ'বই লাগিব।"

উৰ্মিৰ মাকে শোকত বিহ্বল হৈ গিৰীয়েকক আকৌ ক'লে— "পুৰুষৰ অহংকাৰৰ চোলাটো খুলি এবাৰ বাপেক হৈ তাইৰ ওচৰত থিয় হওঁকচোন। তেতিয়া বুজিব তাইৰ অন্তৰৰ কি ধুমুহা। মই মাক হৈ তাইক কোন স'তে সেইখন ঘৰলৈ পঠিয়াম যিখন ঘৰত তাইৰ স্বামী তাইৰ হৈ থকা নাই। আপুনি তাইৰ মুখৰ ফালে নাচায় কিয়?

নিজৰ সিদ্ধান্তত অটল গিৰীয়েক। অলপমানো আৱেগিক হৈ উঠা নাই তেওঁ। হুটা মাতেৰে পুনৰ উত্তৰ দিলে— "তাইৰ মুখৰ পিনে চাই, তাইৰ ভৱিষ্যতৰ কথা চিন্তি মই এই সিদ্ধান্ত লৈছোঁ। আমাৰ অবিহনে কোনে চাব তাইক? অসৎ সংগ আৰু অসৎ খাদ্যৰ কাৰণে সি হৈ পৰিছে উত্তেজক, উৰুলিপুঙা। ধৈৰ্যৰে, ভালপোৱাৰে উৰ্মিয়ে তাক নিজৰ কৰিবই লাগিব। ভায়েৰ-ককায়েৰহঁতে দায়িত্ব ল'বনে? ভাবি-চিন্তি উভতি যা।"

উৰ্মিয়ে থোকাথুকি মাতেৰে সুধিলে— বাবা! বাৰু তুমিয়ে কোৱাচোন আজি যদি মই পৰপুৰুষৰ লগত সম্পৰ্ক ৰাখিলোঁহেঁতেন, ৰাকেশে যদি নিজ চকুৰে সেয়া দেখিলেহেঁতেন তেতিয়া? তেতিয়া কি হ'লহেঁতেন? সি জানো মোৰ লগত সম্পৰ্ক ৰাখিলেহেঁতেন? হয়তো সি মোক ঘৰৰ পৰা টানি-চোচোৱাই ৰাজপথলৈ আনি গাত কেৰাচিন

ঢালি জুই লগাই দিলেহেঁতেন। ময়ে সকলো সময়ত সংসাৰখনৰ টালি-টোপালি মাৰিব লাগে? মোৰ মান-সন্মান, অভিমান একো নাই নেকি? সকলো নিজ চকুৰে দেখি কেনেকৈ মই সহ্য কৰোঁ... ! মই সেইখন ঘৰলৈ নাযাওঁ। সব সম্পৰ্ক মই শেষ কৰিছোঁ।"

"মাৰ-বাপেৰৰ আগত এনেদৰে কথা ক'বলৈ সাহস তই ক'ত পালি? সম্পৰ্ক ছেদ কৰিবলৈ তই কোন?"

এই বাৰ উৰ্মিৰ মাকৰ ধৈৰ্যৰ বান্ধ খুলি গ'ল। গিৰীয়েকৰ ফালে চাই গৰ্জি উঠিল আৰু ভেঙুচালি কৰি ক'লে— "কচু কাটোতে কুঠাৰ ভাগিল, লোহাক খালে ঘূণে, কাক ক'ম মই কোনে পতিয়াব, কোনে শুনিব কাণে। আজি মোৰ এনে অৱস্থা হৈছে। এই শিলাখণ্ডৰ লগত কথা কৈ লাভ নাই।"

উৰ্মিয়ে দুহাতৰে নিজৰ মুখখন মচি ল'লে। অসহায় আৰু যন্ত্ৰণাই তাইক যেন কোঙা কৰি পেলাব। নিজৰ বাপেকে যে তাইক এনেদৰে পৰ কৰি দিব তাই ভাবিবই পৰা নাছিল। চকুৰ আগত বহুবোৰ ছবি তাইৰ ভাঁহি আহিছে, সৰু কালত দেউতাকৰ স'তে হাত ধৰি খোজকঢ়াৰ ছবি, ৰাকেশৰ স'তে বিয়াৰ ছবি, পোনাকণৰ জন্ম হোৱাৰ ছবি। খেলিমেলি হৈ গ'ল তাইৰ জীৱনটো। যিমানেই শৃংখলা লগাবলৈ চেষ্টা কৰিছে সিমানেই আউল লাগি গ'ল। দেউতাকৰ ঘৰৰ পৰা গৈ ৰাকেশৰ স'তে সুখৰ সংসাৰৰ সপোন দেখিছিল। সেই সংসাৰ সুখকৰ কৰি তোলাৰ বাবে দিয়াৰ চেষ্টাও কৰিছিল। কিন্তু নিতৌ মাৰধৰ, অত্যাচাৰ। এই সকলো সহ্য কৰিয়েই পোনাকণক বুকুত লৈ দিন কটাম বুলি ভাবিছিল। কিন্তু তাৰ অত্যাচাৰে ইমান চৰম পালে যে কোন মুলুকত তাই শেষ নিশ্বাস পেলাব লাগে তাৰ কোনো ভৰষা নোহোৱা হ'ল। তাইৰ সন্মুখতে সি বেলেগ মহিলা আনিলে। তই ইয়াৰ পৰা ওলাই যাব পাৰ বুলি হুংকাৰ দিব ধৰিলে। উঃ ভাবিবলৈও ভয় লাগে তাইৰ। কিন্তু দেউতাকৰ পৰা এই অপমান পোৱাৰ পিছত বুজি উঠিল এইখন ঘৰো তাইৰ নিজৰ নহয়। কেঁচুৱাকণক সাৱটি তাই বহাৰ পৰা উঠিল। লাহে লাহে ক'বলৈ ধৰিলে— "মা মই ইয়াত নাথাকোঁ। মোৰ কাৰণে কোনেও ভাবিব নালাগে। ক'ৰবাত কিবা চাকৰি যোগাৰ কৰিম। তোমালোকৰ বোজা হৈ নাথাকোঁ। এইখন ঘৰৰ ছোৱালী হ'লেও মই জানো এইখন ঘৰত মোৰ অধিকাৰ নাই। তোমালোকৰ দয়া মোক নালাগে। অধিকাৰতে মই আহিছিলোঁ। কাৰো পুতৌৰ পাত্ৰী হৈ থাকিব নোখোজোঁ।"

এইবুলি উৰ্মিয়ে কেঁচুৱাটোক কোলাত লৈ যাবলৈ ওলাল। মাকে টান মাৰি কেঁচুৱটোক কোলাত লৈ উৰ্মিৰ হাতত ধৰি ক'লে— "ক'লৈ যাৱ? বাপেৰৰ মূৰৰ বিকৃতি ঘটিছে। এইখন ঘৰ তোৰো। কোনে কৈছে তই আমাৰ পৰ ! বাপেৰেই তোক সৰু থাকোঁতেই মোতকৈ বেছি যত্ন লৈছিল। তই কান্দিলে মোতকৈ আগতে তোৰ ওচৰ পাইছিল। অফিচৰ পৰা আহি তোক নেদেখিলে তাল-ফাল লগাইছিল। এতিয়া সেইজন মানুহে তোক কেনেকৈ পৰ কৰে মই চাওঁচোন।"

আৱেগেৰে কৈ যোৱা ঘৈণীয়েকৰ কথাবোৰ শুনি উৰ্মিৰ বাপেকে আৰু বৈ থাকিব নোৱাৰিলে। জীয়েকক সাৱটি ধৰি উচুপি উঠিল। থোকাথুকি মাতেৰে ক'ল— "মাজনী ! মোক ভুল নুবুজিবি। মই ৰাকেশক শুদাই নেৰো। ধনৰ বলত তাৰ স্খলন ঘটিছে। ঐশ্বৰ্যই মানুহক ডাঙৰ নকৰে। ধনে লালসা বঢ়াই আৰু অন্যায়, দুৰ্নীতিৰ পিনে আগবাঢ়িবলৈ উচতনি দিয়ে। চাই থাক উৰ্মি মই এতিয়া কি কৰোঁ।" এইবুলি দুহাতৰে মুখখন ঢাকি তেওঁ হুকহুকাই কান্দি উঠিল।

উৰ্মিৰ মাকে তেওঁৰ হাতখন নিজৰ হাতৰ মুঠিত লৈ ক'লে— "শান্ত হওক। সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিব লাগিব। আচলতে ভগৱানে কোনো ব্যক্তিক দুটা বস্তু একেলগে নিদিয়ে। যাক টকা দিছে তাক টোপনি দিয়া নাই আৰু যাক টোপনি দিছে তাক টকা দিয়া নাই। নিদ্ৰা নহ'লে তাৰ সুখ ক'ত?"

"মোৰেই বা সুখ ক'ত? নিজৰ ছোৱালীজনীক মই চিনি নাপালোঁ।"

"যি হ'ল হৈ গ'ল, বাদ দিয়ক সেইবোৰ। দুখ কৰি লাভ নাই। সেইবোৰ ভয়ংকৰ সপোন বুলি পাহৰি যাব লাগিব।"

মাক-বাপেক দুয়ো উৰ্মিক মাজত লৈ বহিল। বাপেকে তাইৰ মূৰত হাত ফুৰাই দিলে। মাকে থোকাথুকি মাতেৰে ক'লে— "আমি তোৰ লগত আছোঁ।" অলপ দেৰী বৈ বাপেকে তাইৰ সন্তানক কোলাত লৈ এক হাতেৰে তাইক বুকুৰ মাজত চপাই লৈ ক'লে— "তোৰ বাপেৰ এতিয়াও জীয়াই আছে। ধৈৰ্য ধৰ। তোতকৈও পৃথিৱীত দুখী মানুহ আছে। সংগ্ৰাম কৰি জীয়াই আছে। তই অকলশৰীয়া নহ'ৱ, আমি তোৰ লগত আছোঁ।"

উৰ্মিৰ অসহায় মুখখনত এক দৃঢ়তাৰ ভাব জাগি উঠিল।

# জেজ সংগীত



ভূমিধৰ তালুকদাৰ

১৯০০ শতিকাৰ প্ৰথম ভাগ। আমেৰিকা যুক্তৰাষ্ট্ৰৰ জনসাধাৰণৰ আফ্ৰিকীয় মূলীয় আৰু ইউৰোপীয় মূলৰ লোকৰে মাজত থকা মত-পাৰ্থক্য লাহে লাহে কমি আহিছে। পৰস্পৰে পৰস্পৰৰ কলা-সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাশীল হ'ব নোৱাৰিলেও কলা-সংস্কৃতিৰ প্ৰতি আগ্ৰহশীল আছিল। ক'লা ছালৰ লোকসকলে 'দাস'ৰ মৰ্যাদা তেতিয়াও লগত ছাঁৰ দৰে লৈ ফুৰিছে মনত, শৰীৰত। সেয়ে ইয়াৰ যন্ত্ৰণাকাতৰ দুখবোৰৰ পৰা মুক্ত হ'বলৈ পামৰ কামৰ মাজে মাজে গাঁও আৰু চহৰ অঞ্চলত গীত গাইছিল।

মিচিচিপি ডেল্টা অঞ্চলত জেজৰ' ব্ৰাওন (Jazbo Brown) নামৰ লোক এজনেও গীত পৰিৱেশন কৰিছিল। শ্ৰোতা-দৰ্শকে পুনৰ গীত পৰিৱেশন কৰিবলৈ আৰু জেজব'ক আৰু গাওক জেজ' বুলি চিঞৰিছিল। এই শব্দটোৰ পৰাই 'জেজ' সংগীতৰ নামৰ উৎপত্তি হোৱা বুলি কয়। আকৌ নড অৰ্লিনৰ 'ৰাজ' (Raaz) নামৰ দল এটাৰ নামৰ পৰাই কালক্ৰমত 'জেজ'

সংগীতৰ উৎপত্তি হোৱা বুলি বিশ্বাস কৰা হয়।

'জেজ' সংগীত উৎপত্তি হোৱাৰো ইতিহাস আছে। নিউ অৰ্লিনৰ ক্ৰেচেণ্ট চহৰত শ্ৰমহীন ক'লা ছালৰ লোকসকলে সংগীতকে উপাৰ্জনৰ উপায় হিচাপে গ্ৰহণ কৰিবলৈ আৰম্ভ কৰিছিল। চেলুন, ক্লাৱ, পতিতালয়, থিয়েটাৰ, গীৰ্জা, ৰেষ্টুৰেণ্ট, দোকান আৰু অন্যান্য ব্যৱসায়িক এলেকাত গীত পৰিৱেশন কৰিছিল দলবদ্ধভাৱে। ইয়াৰ পিছত নিজৰ প্ৰসাৰতা চিকাগো, কানচাচ্ চহৰ, নিউয়ৰ্ক আদিলৈ বিস্তৃত হৈছিল। ১৯২৩ চনৰ আগলৈকে ৰেকৰ্ডিং হোৱাৰ আগতে 'জেজ' সংগীত মূলতঃ মৌখিক ৰূপতেই চলি আছিল। 'জেজ' সংগীত মূলতঃ প্ৰথমতে ওপৰত উল্লেখিত ঠাইবোৰত নাচ-গানৰ বাবে গোৱা হৈছিল। প্ৰথমতে সংগীতৰ কথাংশবোৰ যৌনতা বিষয়ক আছিল। কিন্তু পৰ্যায়ক্ৰমে 'জেজ' সংগীতে পূৰ্বৰ বিষয় আৰু পৰিৱেশন কৰা ঠাইৰ পৰা আঁতৰি বৰ্তমানে এক সন্মানজনক, গাম্ভীৰ্যপূৰ্ণ সংগীতৰ ধাৰা হিচাপে বিশ্ববাসীৰ সন্মুখত উপস্থিত হৈছেহি।

প্ৰথম ভাগৰ 'জেজ' সংগীতত আফ্ৰিকীয়, আমেৰিকা আৰু ইউৰোপীয় কলা-সংস্কৃতিৰ প্ৰভাৱ আছিল। গীতৰ কথা, ড্ৰাম, পাৰ্কাচন, জটিল ৰিডম আদি সকলোতে এই তিনিটা সংস্কৃতিৰ প্ৰভাৱ আছে। তদুপৰি আফ্ৰিকীয় মূলৰ লোকসকলৰ কামৰ সময়ত গোৱা গীত, ধৰ্মীয় গীতি-কথা, লোককলাৰ সুৰ, পিয়ানো আদিও 'জেজ' সংগীতৰ প্ৰথমভাগৰ গীতক সমৃদ্ধ কৰিছিল। লগতে আফ্ৰিকীয়মূলী 'ৰে'গটাইম' আৰু 'ব্লুজ' সংগীতে 'জেজ' সংগীতৰ স্বৰ, পৰিৱেশনৰ মাত্ৰা, বাদ্যযন্ত্ৰ আদিত অধিকাংশ ঠাই আগুৰি আছে।

'জেজ' সংগীত প্ৰথম ভাগত ছয়জন গায়কৰ-বাদকেৰে গোৱা হৈছিল। পিছলৈ অৱশ্যে দহৰ পৰা পোন্ধৰজনলৈকে দলটোত অন্তৰ্ভুক্ত হৈছিল। কাৰণ 'জেজ' সংগীতত ৰিডম আৰু 'চ'ল' সংগীতৰ প্ৰাধান্য থাকে। 'ৰিডম'ৰ ভাগত পিয়ানো, বেচ, পাৰ্কাচন, বেঞ্জো, গীটাৰ আদিয়ে গীতৰ লয়ত অৰিহণা যোগায় আৰু এককভাৱে গোৱা বাদ্যযন্ত্ৰ যেনে— কৰ্নেট, ট্ৰাম্পেট, চেক্সো'ফ'ন, ক্লেৰিনে'ট, ট্ৰমব'ন আদিক সহায় কৰে।

'জেজ' সংগীতৰ কেইবাটাও শৈলী আছে। নিউ অৰ্লিন বা ডিক্সিলেণ্ড শৈলীৰ ছয়ৰ পৰা আঠজন বাদকে দুটা শাৰীত বহি গীত পৰিৱেশন কৰিছিল। এই ভাগৰ 'জেজ' সংগীতক চহকী কৰা গায়ক, যেনে— ফাৰ্ডিনাণ্ড, জেলী ৰ'ল' মৰ্টন, জোচেফ কিং, অলিভাৰ, লুইচ আমষ্ট্ৰং ইত্যাদি। ১৯৩৫-৪৫ৰ দশকত 'চুয়িং বেণ্ড' নামেৰে বহুসংখ্যক বাদ্যযন্ত্ৰী গায়কক লৈ জনপ্ৰিয় হৈ পৰিছিল। ডিউক এলিংটনক এই ভাগৰ 'জেজ' সংগীতক অৰ্কেষ্টা সংযোগ কৰি এক বেলেগ মাত্ৰা প্ৰদান কৰিছিল। চল্লিশৰ দশকত সাংগীতিক দিশত বেছি গুৰুত্ব প্ৰদান কৰি সৰু দলেৰে পৰিৱেশন কৰা 'বীবপ বা বপ' জেজক চাৰ্লি পাৰ্কাৰ, ডিৰ্জী গিলেচ্পী আদিয়ে সাংগীতিক বৈশিষ্ট্য আনিছিল। ১৯৪০-৫০ৰ মাজভাগত অতি শান্ত তথা সুমধুৰ পৰিৱেশনাৰ ওপৰত গুৰুত্ব দি সৰু একোটা দলে 'কুল জেজ' শৈলীৰ উদ্ভাৱন কৰিছিল। লেষ্টাৰ য়াং, ষ্টান গেটচ্, লেনী ট্ৰিচটেন, মাইলচ্ ডেভিচ আদিয়ে 'কুল জেজ'ক সমৃদ্ধ কৰিছিল। আনহাতে ষাঠিৰ শকত 'ফ্ৰি জেজ' নামেৰে পূৰ্বৰ জেজ সংগীতৰ শৈলীৰ বহুল পৰিৱৰ্তন আনি অৰ্নেট ক'লমেন, জ'ন কেজ, জ'ন ক'লট্ৰেন আদিয়ে জনপ্ৰিয় হৈ পৰা 'ৰক' সংগীতৰ প্ৰভাৱত 'জেজ ৰক বা ফিউজন জেজ'ৰ উৎপত্তি হৈছিল। মাইলচ্ ডেভিচ, হাৰ্বি হেনকক, চিক ক'ৰিয়া, জ' ঝায়িনুল, ৱেইনে চৰ্টাৰ আদিয়ে 'জেজ ৰক'ক বেলেগ মাত্ৰা প্ৰদান কৰিছিল।

বৰ্তমানে 'জেজ' সংগীত পশ্চিমীয়া সংগীতত ধ্ৰুপদী সংগীতৰ মৰ্যাদা পাইছে। পৃথিৱীৰ অন্যান্য দেশতো 'জেজ' সংগীতক উচ্চ পৰ্যায়ৰ সংগীত ৰূপে মৰ্যাদা দিয়াৰ উপৰিও ধ্ৰুপদী সংগীতৰ পৰিবৰ্ধন আৰু সংবৰ্ধনৰ ক্ষেত্ৰতো কম্প'জাৰ যেনে— মৰিচ ৰাভেল, ডেৰিয়াচ মিলহাড, এৰ'ন ক'পলেণ্ড আদিয়ে নিজৰ সংগীতত ব্যৱহাৰ কৰিছে। আমাৰ অসমত বা ভাৰতৰ অন্য প্ৰদেশত বিশেষকৈ উত্তৰ ভাৰতত প্ৰচলিত বিয়া-সবাহে অনুষ্ঠান পৰিৱেশন কৰা 'বেণ্ড পাৰ্টি'তো জেজ সংগীতৰ বাদ্যযন্ত্ৰ, শৈলী আদি দেখা পোৱা যায়।

**মিচিচিপি ডেল্টা অঞ্চলত জেজৰ'ব্ৰাওন নামৰ লোক এজনেও গীত পৰিৱেশন কৰিছিল। শ্ৰোতা-দৰ্শকে পুনৰ গীত পৰিৱেশন কৰিবলৈ আৰু জেজব'ক আৰু গাওক জেজ' বুলি চিঞৰিছিল। এই শব্দটোৰ পৰাই 'জেজ' সংগীতৰ নামৰ উৎপত্তি হোৱা বুলি কয়।**

## পুথি-পৰিচিতি




কবি ঃ বিনয় কুমাৰ মজুমদাৰ
প্ৰথম প্ৰকাশ, ডিচেম্বৰ, ২০১৪
ন'বেল পাব্লিছাৰ্চ, পাণবজাৰ, গুৱাহাটী-১
মূল্য ঃ ৭৫ টকা
পৃষ্ঠা সংখ্যা ঃ ৬৪

# দিপ্ৰা ফুলা ৰ'দ
# Sunshine Blooming at Noon

মুকুল চক্ৰৱৰ্তী

'দিপ্ৰা ফুলা ৰ'দ'— কবিতাপুথিখনিৰ ৰচক সাম্প্ৰতিক কালৰ এগৰাকী উদীয়মান কবি বিনয় কুমাৰ মজুমদাৰ। কবিতা পুথিখনিত তেওঁৰ স্বৰচিত কবিতা ২৬ টা সংকলিত হোৱাৰ উপৰিও ক্ৰমে নৰতেজ ভাৰতী, জচবীৰ ত্যাগীৰ এটাকৈ হিন্দী কবিতা, সুনীল গঙ্গোঁপাধ্যায়ৰ এটা বাংলা কবিতা আৰু জাক প্ৰেভেৰ এটা কবিতা মুঠতে চাৰিটা কবিতাৰ অনুবাদো সংকলিত হৈছে। কবিতা সংকলনটি হাতত লৈয়ে চকুত পৰা বৈশিষ্ট্যটো হৈছে তাৰ ভাষা। সচৰাচৰ আমি পঢ়ি থকা ভাষাৰ বিপৰীতে, অসমৰ নামনিৰ কামৰূপী উপভাষাৰ মাধ্যমত কবি মজুমদাৰে কবিতা ৰচনা-অনুবাদ কৰিছে। শৈশৱতে মাকক গাখীৰ খোজা ভাষাটোৰ প্ৰতি কবি মজুমদাৰৰ আছে এক অকৃত্ৰিম মোহ। সেয়েহে অসমৰ নামনিৰ নলবাৰী-ডিৰুৱাৰ কবি মজুমদাৰে কামৰূপী উপভাষাটোক পৰীক্ষামূলকভাৱে তেওঁৰ কবিতাত প্ৰয়োগ কৰিছে। এনে প্ৰকল্প কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত তেওঁ যে ইংগ-মাৰ্কিন কবি টি. এছ. এলিয়ট, ফৰাচী কবি ষ্টেফাল মালাৰ্মে দেখুওৱা আদৰ্শকে লৈ আগবাঢ়িছে সেই কথা 'ভূমিকা'ত স্পষ্টভাৱে উল্লেখ কৰিছে। অৱশ্যে এটা কথা ঠিক যে অসমীয়া কবিতাৰ বহুতো পাঠকে (যিসকলৰ কামৰূপী ভাষটোৰ ধাৰণা নাই) 'দিপ্ৰা ফুলা ৰ'দ' পঢ়িবলৈ গৈ ভাষাটোৰ বাবে উজুটি খাব। কিন্তু সুখৰ কথা সেই কথাৰ নিৰসন ঘটাবলৈ চতুৰ কবিয়ে কবিতাত প্ৰয়োগ কৰা শব্দৰ আধাৰত এখন পৰিভাষা নিৰ্মাণ কৰিছে য'ত কামৰূপী শব্দটোৰ মান্য অসমীয়া (লিখিত ৰূপ) আৰু ইংৰাজী ভাষাত অৰ্থটো উল্লেখ কৰিছে। আমি ভবা অনুসৰি 'দিপ্ৰা ফুলা ৰ'দ' সম্পূৰ্ণ কামৰূপী ভাষাত লিখা প্ৰথম কবিতাপুথি। কবিতা পুথিখনিৰ আংগিকৰ দিশত মন কৰিবলগীয়া বৈশিষ্ট্য হ'ল— কবিতাসমূহৰ মাজত প্ৰয়োগ ঘটোৱা নামনিৰ লোকভাষাটো। কবিৰ কাব্যৰ প্ৰেমিক হোৱাৰ দূৰন্ত হেঁপাহ। কাব্যৰ মাজতে কবিয়ে যেন 'মহাকাব্যিক নিৰ্মালি' (কাব্য) পাবলৈ সক্ষম হৈছে। শব্দৰ কৃষক মজুমদাৰৰ 'বৈৰ্হান' অতি প্ৰিয়। বৈৰ্হান— সেয়ে কবিতাৰ বিষয় হৈছে। বৈৰ্হানৰ টোপাল পৰা শব্দত কবিয়ে তানপুৰাৰ শব্দ শুনিছে— 'ভৰা দল্লাত বৈৰ্হানৰ টোপাল পৰা খ ৰুৱাৰ লগোত কেঙ্কে বাঢ়ি আহে/বৈৰ্হানৰ চেহ্না-চেহ্নী' (বৈৰ্হানৰ তানপুৰা)। 'বৈৰ্হান পৰক আকজাক' কবিতাত কবিয়ে দবাপিতা বৰষুণক আহ্বান কৰিছে, কাৰণ এনে বৈৰ্হানে কৃষকৰ আকাল দূৰ কৰে। কবি মজুমদাৰ সাম্প্ৰতিক কালৰ বহু উদীয়মান কবিৰ বিপৰীতে যথেষ্ট আশাবাদী। তেওঁ 'ধানে পানী দ্যা' কবিতাৰ মাজৰে সেই আশাবাদ স্পষ্ট কৰিছে। প্ৰগতিবাদী চিন্তা-চেতনাও মজুমদাৰৰ কবিতাত স্পষ্ট। তেওঁ কাব্য প্ৰেয়সীৰ চুলিৰ বতাহত ভিয়েটনামৰ পতাকা উৰুৱাই দিয়াৰ চিন্তা কৰিছে (কাব্য)। কবি সদায় ৰূপান্তৰৰ পক্ষত আছিল (সোঁৱৰণী উৎচৱ)। বৰ্তমানৰ সমাজবাদৰ প্ৰতি আগ্ৰহী কবিয়ে 'বিটিছৰ দিনোৰ মেক্সিৰ দিহা/ইতাৰ দিনতো বাইহা' (অ' মন ৰচনা) বুলি সজোৰে কৈছে। কবিৰ আত্মলঘিমাও জানো কম; তেওঁ 'আহ কবিতা, তোক মই চুই চাউঙ'ত উল্লেখ কৰিছে এনেদৰে— 'মোক্তো তুহুন জানায়ে/মই উৰুং পাতলা কবি/কবিতাৰ কল্লেইতা পথৰোত খুজ দিছু/আগ-গুৰ ভাবি/কবিতায়ো মোক চিনি পাই/মোক বোলে আঙৰা হান দেখি।' কবি মজুমদাৰে অনুভৱ কৰাৰ বিপৰীতে, আমাৰ ভাৱনাত কবি উদীয়মানেই নহয় প্ৰতিষ্ঠিতও। প্ৰতিষ্ঠিত কবি মজুমদাৰৰ 'দিপ্ৰা ফুলা ৰ'দ' অসমীয়া কাব্য সাহিত্যৰ ইতিহাসত এক সুকীয়া স্থান পাব বুলি ভাবিব পাৰি।

**অনুৰাধা শৰ্মা**




**পুৰতিপোহৰ**
শ্বহিদুল ইছলাম
নৱেম্বৰ, ২০১৪
মৰমলেণ্ড
গুৱাহাটী

'সংঘৰ্ষৰ শেষত' নামৰ সামাজিক উপন্যাসখনেৰে উপন্যাস ৰচনাত হাত দিয়া লেখক শ্বহিদুল ইছলামৰ শেহতীয়া গ্ৰন্থখন হ'ল 'পুৰতি পোহৰ'। উপন্যাসখনৰ বিষয়বস্তু নাৰীকেন্দ্ৰিক। আৰু আকৰ্ষণীয়ভাৱে ইছলাম ধৰ্মীয় সমাজখনৰ নাৰী। আমি ধৰ্মীয় দৃষ্টিৰে কোনো নাৰীকে চাব নোখোজোঁ। পিছে ধৰ্মীয় ৰক্ষণশীলতা আৰু ৰীতি-নীতিৰে নাৰীক যে চেপি-খুন্দি হেঁচা মাৰি থ'ব খোজা হয় সেই কথা সূৰ্যসম সত্য। সেইদৰে ভাৰতীয় সমাজখনত তুলনামূলকভাৱে হিন্দু ধৰ্মৰ মহিলাতকৈ যে ইছলাম ধৰ্মীয় নাৰী বেছি অনগ্ৰসৰ সেই কথা অস্বীকাৰ কৰাৰো কোনো উপায় নাই। গতিকে তেনে সমাজখনক সামগ্ৰিকভাৱে আগুৱাই অনাৰ ক্ষেত্ৰত শিক্ষিত, সচেতন ব্যক্তিৰ এক দায়বদ্ধতা থাকে। এই ক্ষেত্ৰত লেখক শ্বহিদুল ইছলামৰ বিষয়বস্তু নিৰ্বাচন এক প্ৰশংসনীয় পদক্ষেপ।

ৰক্ষণশীল আৰু অযুক্তিকৰ নীতি-নিয়মৰ বিৰুদ্ধে মহিলাসকল নিজে যেতিয়ালৈকে জাগ্ৰত নহয়, তেতিয়ালৈকে সমাজ পৰিৱৰ্তন কেতিয়াও নহয়। কাৰণ অলৌকিক শক্তিয়ে সমাজ পৰিৱৰ্তন কৰিব নোৱাৰে, সমাজত বাস কৰা লোকৰ আত্মচেতনা, দৃঢ়তা আৰু পৰিৱৰ্তনমুখী মানসিকতাহে সমাজ গতিশীল কৰাৰ শক্তিশালী কাৰক। উপন্যাসখনতো আমি পাওঁ ৰেজিনা নামৰ তেনে এগৰাকী নাৰী। ৰেজিনাই অৱশ্যে তেতিয়ালৈকে সামাজিক ৰীতি-নীতিৰ বিষবাষ্পৰ উমান পোৱা নাছিল, যেতিয়ালৈকে তাইৰ গিৰীয়েক ইব্ৰাহিমে দ্বিতীয় বিবাহ কৰোৱা নাছিল। স্বামীয়ে তাইক সম্পূৰ্ণ উপেক্ষা কৰি যেতিয়া ৰূপজানক দ্বিতীয়া পত্নীৰ মৰ্যাদা দিলে তেতিয়াহে তাইৰ চকুৰ সন্মুখত নাৰীৰ ওপৰত চলা দমনৰ বহুমুখী ৰূপবোৰৰ দুৱাৰ এখন এখনকৈ মুকলি হ'ল। কিন্তু তাই সেও নামানিলে সমাজৰ তথাকথিত নিয়মৰ ওচৰত। সমাজৰ নিয়ম ৰহমত বুঢ়াই কোৱাৰ দৰে "তিৰী হৈ আহিছ যেতিয়া আমি মতা মানুহে যি কৰিবলৈ কওঁ তাকেই কৰিব লাগিব। আমি মতা মানুহে দুজনী কিয় চাৰিজনী তিৰী আনিলেও কোনেও একো ক'ব নোৱাৰে। এয়া আমাৰ সমাজৰ নিয়ম।" এই সমাজৰ নিয়মক প্ৰত্যাহ্বান জনাইছে ৰেজিনাই নিজৰ ধৰণে। ইব্ৰাহিমৰ প্ৰবঞ্চনাই আচলতে তাইক সমাজ আৰু জীৱন সম্পৰ্কে কে'তবোৰ কথা নতুনকৈ ভাবিবলৈ বাধ্য কৰালে। সেয়ে উপন্যাসখনৰ চাৰি অধ্যায়ৰ পাছত সহজ-সৰল এই অৱলা নাৰীগৰাকীক আমি বেলেগ ৰূপত পাওঁ। ব্যক্তিগত দুখ কাতি কৰি থৈ তাই নাৰী সমাজৰ হ'কৈ যুঁজ দিবলৈ ওলাই আহিছে। আচলতে পুৰুষতান্ত্ৰিক সমাজৰ স্বৰূপটো যেন ৰেজিনাই তেতিয়াহে বুজি পাইছে। আনকি সতিনী ৰূপজানকো ৰহমত বুঢ়াৰ দৰে লম্পট মানুহৰ কবলৰ পৰা মুক্ত কৰিছে। যিটো ঘটনাৰ পৰা ৰূপজানৰ মনো ৰেজিনাৰ প্ৰতি শ্ৰদ্ধাৰে ভৰি পৰিছে।

সমাজৰ আৰ্ত আৰু নিপীড়িত শ্ৰেণীৰ কল্যাণৰ বাবে ৰেজিনা ৰূপজানহঁত ওলাই আহি 'একতাৰ সমাজ' গঢ়ি তুলিছে। এক সচেতন আন্দোলনৰ কথা ঔপন্যাসিকে দেখুৱাইছে। আমি

ভাবোঁ অনগ্ৰসৰ অঞ্চল, ৰক্ষণশীল সমাজত এইদৰে সচেতন লোক আগবাঢ়ি অহা দেখুওৱাটোৱে লেখকৰ প্ৰগতিমুখী চেতনাক প্ৰতিফলিত কৰিছে। উপন্যাসখন শেষো কৰা হৈছে এক আশাব্যঞ্জক বাৰ্তাৰে—

"...ৰেজিনাৰ দুয়ো হাতত বেবীটোৱে হাত-ভৰি জোকাৰি থকা দৃশ্য সকলোৱে জুমি জুমি চালে। হান্নানেও সন্তোষেৰে শিশুটিৰ মুখলৈ চালে। তাহেৰে ক'লে,

'একতাৰ সমাজৰ এজন সদস্য বাঢ়িল।'

ৰেজিনাই ক'লে,

'নহয় তাহেৰ অন্ধকাৰ সমাজখনলৈ আহিছে এয়া এক পুৱতি পোহৰ। ই আমাৰ অন্ধকাৰ, কুসংস্কাৰেৰে ভৰা সমাজখনত নতুন পুৱাৰ দৰে জিলিকি থাকিব।'

ৰেজিনাৰ কথা শুনি সকলোৱে হাঁহিলে আৰু পূব আকাশলৈ চালে। পূব আকাশত হেঙুল আভা বিয়পি পৰিছে।"

---




কঃয়াদ
অনিল পাংগিং
পথম প্ৰকাশ, ২০১৪
পূৰ্বাঞ্চল প্ৰকাশ
গুৱাহাটী

সংক্ষিপ্ত আকাৰে 'সাদিন' কাকতৰ বিহু সংখ্যাত ওলোৱা 'কঃয়াদ' উপন্যাসৰ আধাৰত নিৰ্মাণ কৰা মিচিং ভাষাৰ চলচিত্ৰখনে ২০১৩ বৰ্ষত ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত কেবাটাও সন্মান বুটলিবলৈ সক্ষম হয়। এয়াই প্ৰমাণ কৰে 'কঃয়াদ'ৰ কাহিনীৰ বিশিষ্টতা আছে। মিচিং জনগোষ্ঠীৰ সমাজ জীৱনৰ আধাৰত হ'লেও ইয়াৰ মনপৰশা কাহিনীটোৱে সকলো জাতি-জনগোষ্ঠীৰ জীৱন আৰু সমাজ চুই যাব পাৰে। মূল চৰিত্ৰ হ'ল পৌকাম। শিশু অৱস্থাতে তেওঁ এক অবাঞ্চিত পৰিস্থিতিৰ সন্মুখীন হৈ মাকক হেৰুৱালে, বাপেকৰ স্নেহৰ পৰা বঞ্চিত হ'ল যদিও জীৱনৰ যুঁজত হাৰি নগৈ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামত ব্ৰতী হৈ পৰিল। এদিন পৌকামৰ উদং ঘৰটোলৈ তাকচিৰিক পলুৱাই আনিলে। নতুন সপোনত দুয়ো বিভোৰ হ'ল। নাওখন লৈ পৌকামে নৈত খৰি বিচাৰি পোৱা টকাৰে ঘৰ চলায়। কিন্তু লাহে লাহে দুটা ল'ৰা এজনী ছোৱালীৰে সিহঁতৰ সংসাৰ ডাঙৰ হ'ল। অভাৱ-অনাটন বাঢ়িল। ডাঙৰ ল'ৰা মিগমক ডাক্তৰ কৰিবলৈ পৌকামে হাড়-ভঙা পৰিশ্ৰম কৰিলে। 'পুতেক ডাক্তৰ হ'ব'— এই সপোনৰ পিছত দৌৰি পৌকামে নাখাই-নবৈও উপাৰ্জন কৰিলে। পিছে পৌকামৰ সকলো সপোন থানবান হৈ গ'ল। মিগমে প্ৰতিষ্ঠিত পৰিয়ালৰ ছোৱালী বিয়া কৰাই ঘৰখনলৈ পিঠি দিলে। যিটো সচৰাচৰ নিম্নবিত্ত পৰিয়ালবোৰত ঘটি থকা ঘটনা। একমাত্ৰ ছোৱালী অইছিৰি আনৰ ঘৰত চাকৰ খটা ল'ৰা এটালৈ গুচি গ'ল। পৌকামৰ সৰু পুতেক চেতলীয়ে ছোৱালী এজনী বিয়া কৰাই এইবাৰ থকা ঘৰটোকে দুভাগ কৰিলে। দুটা কোঠাৰ চাংঘৰৰ এটা ভাঙি নিলে। এটা কোঠাৰ ঘৰটোত অসহায়ভাৱে পৰি থাকিল পৌকাম আৰু তাকচিৰি। অকল এই দুৰ্ভাগ্যই নহয় পৌকামৰ নাওখনো চাকনৈয়াত ডুবি থাকিল, কোনোমতে প্ৰাণটো লৈ পৌকাম জীয়াই থাকিল। জীৱনৰ পকনীয়াই পৌকামক পিষ্ট কৰি পেলালে। নদীখনৰ পাৰে পাৰে আত্মবিলাপ কৰি পৌকাম ঘূৰি ফুৰে।

অতি মৰ্মস্পৰ্শী কাহিনী। লেখকৰ বৰ্ণনাও অতি আকৰ্ষণীয়। উপন্যাসৰ কাহিনীৰ চৌম্বিকতাও তাতেই। বৰ্ণনাইহে বহু সময়ত পাঠক ধৰি ৰাখে। নদীৰ পানীত এখুজি দুখুজি দিয়াৰ দৰে এনে বৰ্ণনাৰ মাজেৰেই কহিনী ভাগৰ মাজত পাঠকে প্ৰৱেশ কৰে। পৌকামৰ যন্ত্ৰণা ব্যক্তিগত স্তৰৰ হ'লেও, এটা প্ৰজন্মৰ শ্ৰম আৰু দুখ আন এটা প্ৰজন্মই (পিতৃ-মাতৃৰ দুখ সন্তানে বুজিব নোৱাৰা) বুজিব নোৱাৰাটো সামাজিক স্তৰৰ সমস্যা। উপন্যাসখনৰ সাৰ্বজনীনতাও তাতেই।




**ছাঁ-পোহৰত সাহিত্যৰথী বেজবৰুৱা আৰু অন্যান্য প্ৰসংগ**
ত্ৰৈলোক্য ভট্টাচাৰ্য্য
জানুৱাৰী, ২০১৪
বি.বি.এচ. পাব্লিকেচন
তেজপুৰ

বিশটা প্ৰবন্ধৰ একত্ৰ সংকলন। নামটোৱে সূচায় লেখকৰ সত্য-সন্ধানী দৃষ্টি। এই অন্বেষণ প্ৰতিটো প্ৰবন্ধৰ মাজতে পৰিলক্ষিত হয়। গ্ৰন্থখনত বেজবৰুৱা বিষয়ক তিনিটা প্ৰবন্ধ সন্নিৱিষ্ট আছেঃ বেজবৰুৱাৰ জীৱন সন্দৰ্ভত নানান নতুন প্ৰশ্ন, বেজবৰুৱাৰ পূৰ্ণাংগ জীৱনী ৰচনা কৰাৰ প্ৰয়োজন আৰু সাহিত্যৰথী বেজবৰুৱাৰ মৃত্যু আৰু অন্ত্যেষ্টিক্ৰিয়া। এই তিনিওটা প্ৰবন্ধই বেজবৰুৱাৰ জীৱন সম্পৰ্কীয় কেতবোৰ প্ৰশ্নক জুকিয়াই চোৱাৰ অৱকাশ দিয়ে। আন বিষয়বোৰৰ ক্ষেত্ৰতো যেনে— অসমলৈ বুৰঞ্জীৰ প্ৰব্ৰজন হৈছিল কেনেকৈ?, কলাপ কেশৰী মহেন্দ্ৰ কন্দলি আৰু সমসাময়িক যুগৰ অসমৰ শিক্ষা ব্যৱস্থা, প্ৰাচীন ভাৰতীয় সংস্কৃতি আৰু অসমীয়া চিন্তাধাৰা আদিতো অনালোচিত আৰু অনাউন্মোচিত বিষয়ত পোহৰ পেলাবলৈ লেখকে যত্ন কৰিছে। সমাজ ইতিহাসৰ অধ্যয়নৰ দিশৰ পৰাও প্ৰবন্ধবোৰৰ এক বিশেষ মূল্য আছে। তদুপৰি, বিষয়বোৰ একে ৰাগীৰ নহয় বাবে প্ৰতিটো প্ৰবন্ধই পাঠকক চিন্তাৰ খোৰাক যোগাব পাৰে।

---




**অনন্য কাশ্মীৰ**
ৰমিছা বেগম
প্ৰথম প্ৰকাশ -২০১৪
ৰিশভ প্ৰকাশন
গুৱাহাটী

'অনন্য কাশ্মীৰ' ৰমিছা বেগমৰ দ্বাৰা ৰচিত ভ্ৰমণ কাহিনী। কাহিনীধৰ্মী সাহিত্য (fiction) নহ'লেও 'ভ্ৰমণ সাহিত্য'ত কাহিনী সাহিত্যৰ স্বাদ থাকে। ই এহাতে ব্যক্তিনিষ্ঠ আৰু আনহাতে বস্তুনিষ্ঠ ৰচনা। লেখকৰ আত্মকথনৰ বৈশিষ্ট্য থাকে বাবেই লেখকৰ মানসিক বৃত্তি, ৰুচি-অভিৰুচি, চিন্তা-চেতনা আদি অনিবাৰ্যভাৱে প্ৰকাশ পায়, আনহাতে ভ্ৰমণ বৃত্তান্তবাৰেই নিৰ্দিষ্ট স্থানৰ ভৌগোলিক, প্ৰাকৃতিক, ঐতিহাসিক গুৰুত্ব লগতে সামাজিক আৰু ৰাজনৈতিক বাতাবৰণো স্পষ্ট হৈ পৰে।

'অনন্য কাশ্মীৰ'তো আমি এনে মন্ময় আৰু তন্ময়ধৰ্মীতাৰ অপূৰ্ব সমন্বয় দেখিবলৈ পাওঁ। এহাতে কাশ্মীৰৰ অনন্য সৌন্দৰ্য বৰ্ণিত হৈছে, আনহাতে লেখকৰ বিচিত্ৰ অভিজ্ঞতাৰ পূৰ্ণসৃষ্টি পাঠকৰ অন্তৰংগ হৈ উঠিছে। লেখকে অকপটে স্বীকাৰ কৰিছে "ভ্ৰমণ কৰিলে মানুহ হৈ পৰে ভাববিলাসী। স্মৃতিপটত ভাঁহি আহে এৰি থৈ অহা সুমধুৰ ছবিবোৰ, কথাবোৰ। স্মৃতিৰ সঁফুৰা খুলি ৰন্ধ্ৰে ৰন্ধ্ৰে অনুভৱ কৰে নষ্টালজিক অনুভূতি। বহুতে সেইবোৰকে বন্দী কৰি ৰাখিব খোজে কাপৰ যোগেদি উকা কাগজত।" লেখকৰ এনে নষ্টালজীয়া অনুভূতি 'অনন্য কাশ্মীৰ'ৰ পাতে পাতে জিলিকি আছে। তদুপৰি ছালীমাৰ বাল, হজৰত বাল দৰগাহ, পেহেলগাম, গুলমাৰ্গ আদি ঠাইৰ বৰ্ণনা আৰু লেখকৰ বিচিত্ৰ অভিজ্ঞতাও বৰ্ণিত হৈছে। কাশ্মীৰৰ ৰাজনৈতিক সমস্যা, ৰাষ্ট্ৰ সন্ত্ৰাসৰ বলি হোৱা মহিলাৰ সমস্যাও ইয়াৰ বৰ্ণনাৰ পৰা বাদ পৰি যোৱা নাই। সন্ত্ৰাস আৰু যুদ্ধৰ সময়ত সদায় দেশৰ শিশু আৰু মহিলাসকল বলি হৈ পৰে, সন্ত্ৰাস জৰ্জৰিত কাশ্মীৰো ইয়াৰ ব্যতিক্ৰম নহয়। বৰ্ণনাৰ ঠায়ে ঠায়ে কাশ্মীৰৰ মহিলাৰ ক্ষোভ আৰু যন্ত্ৰণাৰ উমানো লেখকে দি গৈছে। কাশ্মীৰৰ সৌন্দৰ্যৰ লগতে কাশ্মীৰৰ দুখৰ উমান দিব পৰাটোও লেখকৰ বিশেষ কৃতিত্ব বুলিয়েই আমি ভাবোঁ। লেখকৰ ভাষা সহজ-সৰল, পোনপটীয়া। গ্ৰন্থখনে পাঠকৰ সমাদৰ লাভ কৰিব বুলি আমি আশা কৰোঁ।

---




Goddess Kesaikhaity
**The Eastern Kamakhya'**
Jayshree Sharma
First Edition
December-2014
Resurgent
Tinsukia

সদিয়াৰ কেচাইখাইতি গোসাঁনী থান শক্তি পূজাৰ বিশিষ্টতাপূৰ্ণ থলী। এই থানৰ বিষয়ে লিখা প্ৰয়াত টংকেশ্বৰ দেউৰীয়ে লিখা 'সদিয়াৰ কেচাইখাইতি গোসাঁনী আৰু চাৰি শালৰ কথা' গ্ৰন্থখন অনুবাদ কৰি উলিয়াইছে জয়শ্ৰী শৰ্মাই। কেচাইখাইতি গোসাঁনী শালৰ বিষয়ে সম্ভৱপৰ সকলো তথ্যই এই গ্ৰন্থত সন্নিৱিষ্ট আছে। অনুবাদৰ ভাষা সৰল আৰু সাৱলীল। বহুসময়ত পুথিখন অনূদিত যেন নালাগেই। অসমৰ ধৰ্ম-সংহতিৰ পৰম্পৰা আৰু শক্তিধৰ্মৰ বিশিষ্টতা অনুধাৱনত এই গ্ৰন্থখন পৰ্যটক, গৱেষকৰ বাবে তথ্যপূৰ্ণ, উপযোগী আৰু আকৰ্ষণীয় হ'ব বুলি আমাৰ বিশ্বাস।

মু ক্ত ভা ষ

ড° দিলীপ বৰা

# হত্যাৰ বিপক্ষে, শান্তিৰ সপক্ষে সমবেত হওঁ আহক

দুখনকৈ বিশ্বযুদ্ধই মানৱ সভ্যতাক জোকাৰি যোৱাৰ পিছত বিংশ শতিকাৰ চল্লিশৰ দশকৰ পৰা সমগ্ৰ বিশ্বত চলা বিভিন্ন মানৱীয় ক্ৰিয়া-কাণ্ডৰ ভিতৰত সবাতোকৈ গুৰুত্বপূৰ্ণ ক্ৰিয়া হ'ল শান্তিৰ সপক্ষে চলোৱা নিৰন্তৰ প্ৰচেষ্টা। সমগ্ৰ বিশ্বজুৰি আন্তৰ্জাতিক ৰাজনীতি আৰু কূটনীতিত সৰ্বাধিক সময় হয়তো একমাত্ৰ শান্তি প্ৰচেষ্টাৰ বাবেই নিয়োজিত হৈছে। তাৰ মানে দীৰ্ঘকালৰ অভিজ্ঞতাৰ মাজেৰে মানুহে এই কথা উপলব্ধি কৰিছে যে শান্তি অবিহনে মানৱৰ উত্তৰণ জয়যাত্ৰা অবিৰত হৈ থাকিব নোৱাৰে। মানৱ জীৱনৰ সৰ্বাত্মক লক্ষ্যই হ'ল সমাজখনক উত্তৰণমুখী কৰা। আনহাতে ইয়াৰ প্ৰধান অন্তৰায় হ'ল হত্যা-হিংসা আৰু অমানৱীয় কৰ্মকাণ্ড। পৃথিৱীৰ কোনো ঠাইতে কোনো জাতিয়ে হিংসাৰে প্ৰগতি আনিব পৰা নাই। বৰং হিংসাই হিংসাৰ জুই দুগুণে জ্বলাইছে আৰু ধ্বংসস্তুপত পৰিণত হৈছে বহু ঐতিহ্যমণ্ডিত সভ্যতা।

অসম মুলুকত মানৱ জাতিয়ে অভিজ্ঞতাৰ মাজেৰে আহৰণ কৰা এই অমোঘ সত্য আজি বাৰে বাৰে পদদলিত হৈছে। হিংসাৰ মাজেৰেই প্ৰতিষ্ঠিত সংগ্ৰাম আগুৱাই নিব খোজা হৈছে আৰু এই অপৰিপক্ক ধাৰণাৰ বশৱৰ্তী হৈ আত্মপ্ৰতিষ্ঠিতকামী শক্তিসমূহো দিকভ্ৰান্ত হৈ পৰিছে। জনগণৰ প্ৰকৃত সমস্যাক একাষৰীয়া কৰি কেৱল আত্মপ্ৰতিষ্ঠাৰ আকাংক্ষাত মত্ত এনে সংগঠন আৰু নেতৃত্বই জনগণৰ জীৱন সংগ্ৰামক দিশহাৰা কৰিছে আৰু গণসংগ্ৰামৰ বিপৰীতে তীব্ৰ আক্ৰমণ নমাই আনিবলৈ চৰকাৰী বাহিনীক সুযোগ প্ৰদান কৰিছে। এনে ধৰণৰ হত্যা-হিংসাৰ উন্মাদনাক অসমৰ সকলো দল-সংগঠনে একে মুখে গৰিহণা দিয়া উচিত।

প্ৰসংগক্ৰমে আমি সংবিজিত গোটৰ শেহতীয়া জিঘাংসাৰ ফলত প্ৰাণ হেৰুওৱা সকলো লোকৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ, তেওঁলোকৰ পৰিয়ালবৰ্গলৈ সমবেদনা জনাইছোঁ আৰু আক্ৰান্তসকলৰ আৰোগ্য কামনা কৰিছোঁ। আমি সংবিজিত গোটৰ সদস্যসকলক সংযম ৰক্ষা কৰিবলৈ আৰু সকলো কথা মানৱীয় দৃষ্টিৰে বিচাৰ কৰিবলৈ আহ্বান জনাইছোঁ। আশা কৰিছোঁ সমাগত নতুন বছৰটোত আমি আটায়ে শান্তিৰ সপক্ষে সমবেত হৈ পৰিম।

সংবিজিত গোট বুলিয়েই নহয়, বিভিন্ন সশস্ত্ৰ গোটত নিজস্ব দাবী-দুবা থাকিব পাৰে। তাৰ মীমাংসাৰ বাবে তেওঁলোকে তেওঁলোকৰ শক্তিও প্ৰদৰ্শন কৰিব পাৰে, তেওঁলোকে চৰকাৰক প্ৰত্যাহ্বান জনাব পাৰে। কিন্তু চৰকাৰক প্ৰত্যাহ্বান জনাই নিৰীহ লোকৰ তেজেৰে ফাকু খেলাৰ কিবা অৰ্থ থাকিব পাৰে বুলি কোনোবাই বিশ্বাস কৰিবনে? সংবিজিত গোটৰ সংগ্ৰামী শক্তি আজি চৰম কাপুৰুষালি বুলি প্ৰমাণিত হৈছে। তেওঁলোকৰ এনে হত্যালীলাই চৰকাৰ বাহাদুৰৰ নোম লৰাব পাৰিবনে? বিপৰীতে চৰকাৰেও দুৰ্ঘোৰভাৱে হত্যা-হিংসা নমাই আনিব আৰু এই হত্যা-হিংসাত জৰ্জৰিত হ'ব তেওঁলোকৰে আত্মীয় হাজাৰ হাজাৰ ভগ্নী, দিন-ভিক্ষা প্ৰাণৰক্ষা কৰি চলা, ৰাজনীতিৰ কোনো বুজ নোপোৱা অজস্ৰ নিৰীহ মানুহ। সংবিজিত গোটে এই কথা বুজিবলৈ যত্ন কৰক যে আজি কেইবাটাও দশক ধৰি চলি থকা বড়োভূমিৰ হিংসাৰ দাবানলে তেওঁলোকৰ জাতীয় জীৱনক সমৃদ্ধ কৰিব পাৰিবনে? তেওঁলোকে যাৰ বাবে মুক্তি বা অধিকাৰ বিচাৰে সেই দুৰ্ভগীয়া জনতাৰ জীৱনলৈ কিবা পৰিৱৰ্তন আনিব পাৰিছেনে? যদি পৰা নাই তেনেহ'লে তেওঁলোকে তেওঁলোকৰ সংগ্ৰামৰ নীতি আৰু ৰণ-কৌশল সম্পৰ্কে পুনৰ্বিচাৰ কৰা উচিত। কিন্তু এটা কথা তেওঁলোকে বুজা উচিত যে এনেধৰণৰ হত্যাযজ্ঞৰে তেওঁলোকে সংগ্ৰামী ঐতিহ্য ধৰি ৰাখিব নোৱাৰে। গণ সমৰ্থনৰ অভাৱত তেওঁলোক একোটা সংগ্ৰামী সংগঠনৰ পৰিৱৰ্তে অচিৰেই একোটা হত্যাকাৰী দলৰ মৰ্যাদালৈ পৰ্যবসিত হ'ব।

এই হত্যালীলাৰ বাবে সংবিজিত গোট যিমান দায়ী তাতকৈ বেছি দায়ী আমাৰ অহংকাৰী আৰু নিৰ্বোধ মুখ্যমন্ত্ৰীজন। তেওঁ এতিয়াও নিজকে এজন ব্যক্তি বুলিয়েই ভাবি আছে। সেইবাবেই তেও সশস্ত্ৰ নিৰাপত্তাৰ মাজত থাকি "আমি সংবিজিত-তংবিজিত কাকো কেয়াৰ নকৰোঁ" বুলি মন্তব্য দিব পাৰে। কিন্তু আজি তেওঁৰ প্ৰজাসকল সংবিজিতৰ হিংসাত ত্ৰাসিত। তেওঁলোকে কেয়াৰ কৰিছে, কেয়াৰ কৰি ঘৰ-বাৰী এৰি পলাইছে। তেওঁৰ প্ৰজাসকলে এনেদৰে সংবিজিতৰ ভয়ত ঘৰ-বাৰী এৰি পলায়ন কৰাৰ পিছত সেই প্ৰজাৰ ৰজাজনে দিছপুৰত থাকি কাকো ভয় নকৰোঁ বুলি কৈ থকাটো এটা নিৰ্লজ্জ আত্মপ্ৰবঞ্চনা নহয়নে? গগৈ চৰকাৰৰ দিনত বহু হত্যা-হিংসাৰ দাবানল আমি দেখিলোঁ। তথাপি গগৈদেৱৰ কোনো পৰিৱৰ্তন নহ'ল। তেওঁৰ এই অহমিকাৰ বাবেই জাতীয় জীৱনলৈ আজি দুৰ্ঘোৰ সংকট নামি আহিছে। তেওঁৰ অযোগ্যতাৰ সুযোগ লৈয়েই এতিয়া মৌলবাদীসকলো শক্তিশালী হৈছে। সাম্প্ৰদায়িক ৰাজনীতিয়ে মূৰ দাঙি উঠিছে। সেয়েহে আমি অসমৰ সকলো জনগণে এনে দুশাসনৰ বিপৰীতে সংঘবদ্ধ প্ৰতিৰোধ গঢ়ি তোলাতহে মনোনিৱেশ কৰিব লাগিব। সমান্তৰালভাৱে সাম্প্ৰদায়িক ৰাজনীতিকো এঘৰীয়া কৰি জনগণৰ শাসন প্ৰতিষ্ঠাৰ হকে কাম কৰিব লাগিব। সকলো ধৰণৰ হত্যা-হিংসাৰ বিপৰীতে শান্তিৰ সমদল গঢ়িবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ব লাগিব।